# ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ জীৱন আৰু কবিতা

## জন্ম শতবৰ্ষৰ শ্ৰদ্ধাৰ্ঘ


সম্পাদনাঃ

পৱিত্ৰ বৰবৰা

হেমেন চন্দ্ৰ হাজৰিকা

গোপীকানন্দ শইকীয়া





অসম সাহিত্য সভা

DHIRENDRA CHNDRA DUTTAR JIBON ARU KABITA, A collection of poems composed by Dhirendra Chandra Dutta of Golaghat & articles of others, Published by Dr. Paramananda Rajbonshi, General Secretary, Asam Sahitya Sabha, Chandrakanta Handiqui Bhawan, Jorhat-1, On behalf of Birth Centenary of Dhirendra Chandra Dutta. 8th October-2010, Price Rs. 50.00 only

প্ৰকাশকঃ
পৰমানন্দ ৰাজবংশী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-৭৮৫০০০১

সম্পাদনাঃ
পবিত্ৰ বৰবৰা
হেমেন চন্দ্ৰ হাজৰিকা
গোপীকানন্দ শইকীয়া



বেটুপাতঃ ৰণ্জিত গগৈ
অলংকৰণঃ উজ্জ্বল পাওগাম
অক্ষৰ বিন্যাস ঃ পুলিন শইকীয়া

প্ৰকাশ কাল ঃ
৮ অক্টোবৰ ২০১০ খ্ৰীষ্টাব্দ

মূল্যঃ ৫০.০০ টকা

মুদ্ৰণঃ
শব্দ প্ৰকাশ
থানাৰোড, যোৰহাট-১

## ধীৰেন দত্তৰ কবিতা ঃ এটি অনুভৱ

ভগৱান নমনা বিদ্ৰোহী মনৰ কবি ধীৰেন দত্তই 'মানুহেই ঈশ্বৰ সৰ্ব দেৱতা মানুহেই ভগৱান' বুলি 'সংস্কাৰ' নামৰ কবিতাৰে মানুহৰ সমাজত যি প্ৰলয় ডম্বৰু বজাই শুনালে, সেয়া বহুতৰ বাবে আছিল— নতুন কবিতাৰ সুৰ। কপালৰ ঘাম মচি এমুঠি খাই জীৱন নিৰ্বাহ কৰা মানুহৰ নিৰ্যাতনক কবিতাৰ ছন্দৰে, শব্দৰ খহটাৰে, হাতুৰী মৰাদি মাৰি, লিখি থৈ যোৱা কবিতাবোৰে আজিও আমাকো কোবাই যাবলৈ পাহৰা নাই। ধীৰেন দত্তৰ কবিতাৰ শব্দবোৰ 'বাণী হ'ল' বুলি কবি নৱকান্ত বৰুৱাইও অকপটে স্বীকাৰ কৰি গৈছে। মিস্ত্ৰী, কঁহাৰ, কমাৰ আৰু বিশ্বৰ কৰ্মীদলক আন্ধাৰ আঁতৰিল বুলি যি বাণী কবিতাৰে জগাই তুলিছিল, সেয়া আজিৰ সময়তো প্ৰাসঙ্গিক। 'ধীৰেন দত্তৰ জীৱন আৰু কবিতা' গ্ৰন্থেৰে গোলাঘাটৰ মাটিৰ কবিক জন্ম শত বাৰ্ষিকেৰে শ্ৰদ্ধা জনাবলৈ পোৱাটো আমাৰেই সৌভাগ্য। দলিত মানৱৰ জয়গান গোৱা আমাৰ কাব্য জগতৰ বিপৰীত মেৰুত অৱস্থান কৰা কবি ধীৰেন দত্তলৈ আমাৰ ক্ষুদ্ৰ অনুভৱৰ কথাৰে শ্ৰদ্ধা জনালোঁ।

ৰংবং তেৰাং
সভাপতি, অসম সাহিত্য সভা।

# প্ৰধান সম্পাদকৰ এষাৰ

একালৰ কংগ্ৰেছী অথচ সমাজবাদী আদৰ্শত অটল ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত (ধীৰেন দত্ত) অসমীয়া কাব্য জগতৰ এটি উজ্বল জ্যোতিষ্ক। সমাজবাদী আদৰ্শৰে উদ্বুদ্ধ ধীৰেন দত্তই কাব্যৰ মাজেৰে ৰাজনৈতিক মতাদৰ্শ পৰিস্ফুট কৰিবলৈ প্ৰযত্ন কৰিছিল। সমাজৰ নিপীড়িত, দলিত শ্ৰেণীৰ অনুকূলে পৰিৱৰ্তন আকাংক্ষী দত্তই লিখা কবিতাসমূহৰ ভিতৰত এটি অন্যতম কবিতা হৈছে "কাঠ মিস্ত্ৰীৰ ঘৰ"। প্ৰগতিশীল কাব্যদৰ্শনৰ বাটকটীয়া এইজনা অসমৰ বিশিষ্ট কবিৰ জন্ম শতবৰ্ষ পালনৰ বাবে গোলাঘাট জিলা সাহিত্য সভাই সততে জনোৱা আহ্বানৰ প্ৰতি সঁহাৰি জনাই অসম সাহিত্য সভাই দৈয়াং শাখা সভাৰ সহযোগত অহা ৮ অক্টোবৰ ২০১০ খ্ৰীষ্টাব্দ তাৰিখে ঐতিহাসিক দৈয়াঙৰ 'সমন্বয়' ক্ষেত্ৰত কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ জন্মশতবাৰ্ষিকী সামৰণি অনুষ্ঠানৰ আয়োজন কৰিছে। এই শতবৰ্ষ অনুষ্ঠান যাতে চিৰযুগমীয়া হয় ইয়াৰ বাবে সভাই 'ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ (ধীৰেণ দত্ত) জীৱন আৰু কবিতা' শীৰ্ষক এখনি গ্ৰন্থ প্ৰকাশত গুৰুত্ব দিয়ে।

সীমাবদ্ধ সময়চোৱাত এই গ্ৰন্থখনি প্ৰস্তুত কৰাৰ বাবে সভাৰ চাহ বাগিচা উপসমিতিৰ আহ্বায়ক পৱিত্ৰ বৰবৰা, কাৰ্যনিবাহকৰ সদস্য হেমেন চন্দ্ৰ হাজৰিকা আৰু গোপীকানন্দ শইকীয়াক দায়িত্ব দিয়া হৈছে।

আশা ৰাখিছোঁ, পাঠকসমাজে বামপন্থী চিন্তাধাৰাৰে উদ্বুদ্ধ এই পূৰ্বৰ কংগ্ৰেছী ব্যক্তিগৰাকীৰ সৃষ্টিশীল প্ৰতিভাৰ বিৰল স্বাক্ষৰ কাব্য সম্পদৰ স্বাদ এই গ্ৰন্থখনিৰ মাজেৰে লাভ কৰি উপকৃত হ'ব।

নৱ প্ৰজন্মৰ সৈতে ধীৰেন্দ্ৰ চন্দ্ৰ দত্তক চিনাকী কৰি দিয়াৰ বাবে সভাৰ এই বিনম্ৰ প্ৰয়াস।

'চিৰ চেনেহী মোৰ ভাষা জননী।'

**পৰমানন্দ ৰাজবংশী**
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা।

# সম্পাদনাৰ মেজৰ পৰা

অসমীয়া কাব্য কাননত 'অভিযান' (১৯৩৫) কবিতা পুথিৰে প্ৰগতিশীল কবিতাৰ সুঁৱাগুৰি তুলিলে সমাজবাদী ধ্যান-ধাৰণাৰে সিক্ত গোলাঘটীয়া কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তই। ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ ৰণ-শিঙা বাজি থকাৰ সময়ত, দেশপ্ৰেমত উদ্বুদ্ধ হৈ কংগ্ৰেছত যোগদান কৰি পাছত কমিউনিষ্ট আদৰ্শ গ্ৰহণ কৰা ধীৰেন্দ্ৰ চন্দ্ৰ দত্তই অসমীয়া ৰমন্যাসিক কবিতাৰ আবেলি পৰত সেই ধাৰাৰ কবিতালৈ মন নিদি স্বাধীনতা আন্দোলনৰ ব্যস্ততাপূৰ্ণ কাম-কাজৰ মাজতে হাবিয়ে-বননিয়ে থাকি লিখি গৈছিল এই নব্যধাৰাৰ কবিতা, যিটো ধাৰাক প্ৰবাহিত কৰিলে নতুন ৰূপত প্ৰকাশিত 'জয়ন্তী'ৰ পাতৰ কবিসকলে।

এই গৰাকী কবিৰ জন্ম শতবৰ্ষ পূৰ্তি উপলক্ষে তেওঁৰ প্ৰকাশিত আৰু অপ্ৰকাশিত কবিতাসমূহ একত্ৰিত কৰি কবিতাসমূহৰ দুস্পাপ্যতা আঁতৰ কৰা আৰু নৱ-প্ৰজন্মৰ হাতত কবিতাসমূহ তুলি দিয়াৰ লক্ষৰে 'কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ জীৱন আৰু কবিতা' নামকৰণেৰে এখনি গ্ৰন্থ প্ৰকাশৰ আঁচনি গ্ৰহণ কৰে অসম সাহিত্য সভাই। সভাই অৰ্পণ কৰা দায়িত্ব শিৰোগত কৰি ১৯৩৫ চনত গোলাঘাটৰ যদুমণি ছপাশালৰ স্বত্বাধিকাৰ পূৰ্ণচন্দ্ৰ গোস্বামীয়ে প্ৰকাশ কৰা মূল "অভিযান" কাব্য পুথিখন বিচৰা হ'ল কিন্তু মূল 'অভিযান' খন আমাৰ হাতত নপৰিল। কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ ঘনিষ্ঠ সহযোগী, চোভিয়েট দেশ নেহৰু বঁটা বিজয়ী সাহিত্যিক বোকাখাতৰ প্ৰয়াত চিদানন্দ শইকীয়াৰ সহধৰ্মিনী, অসম সাহিত্য সভাৰ আজীৱন সভ্য তথা গোলাঘাট জিলা সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীযুক্তা অন্নদা শইকীয়াই তেওঁৰ স্বামীৰ সোঁৱৰণত প্ৰতিষ্ঠিত 'চিদানন্দ সংগ্ৰাহলয়'ৰ পৰা **ধীৰেন দত্তৰ কবিতা** (১৯৭৩) নামৰ গুৱাহাটীৰ ওৰিয়েণ্টেল কোম্পানীৰ হৈ শ্ৰীদুৰ্গাপদ ৰায় চৌধুৰীৰ দ্বাৰা প্ৰকাশিত কবিতা পুথিখন আমাৰ হাতত দিয়ে। পুথিখনত **'অভিযান'**ৰ সোতৰতা কবিতাৰ লগত **'কাঠ মিস্ত্ৰীৰ ঘৰ'** আৰু **'জয়া মৰা নাই'** কবিতা দুটা সংযোগ কৰি কবিৰ মৃত্যু বাৰ্ষিকী উপলক্ষত চিদানন্দ শইকীয়াৰ **'ধীৰেন দত্তৰ কবিতা প্ৰকাশ প্ৰসঙ্গত'** লেখাৰে পুথিখন প্ৰকাশৰ আঁচনি লয়, গোলাঘাটৰ **কবি ধীৰেন দত্ত স্মৃতিৰক্ষা সমিতিয়ে**। কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ পৰিয়ালবৰ্গই আমাৰ হাতত অৰ্পণ কৰে **"ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত, অভিযান**

আৰু অন্যান্য কবিতা" নামৰ গোলাঘাটৰ ভাৰতী বুক ষ্টলৰ হৈ শ্ৰীবিজয় কুমাৰ দত্তই প্ৰকাশ কৰা পুথিখন। এইখন পুথিত সন্নিবিষ্ট হৈছে অভিযানৰ সোতৰতা আৰু সংযোজিত দুটা কবিতাৰ লগত কবিৰ **'কপিলীৰ বানে আহে সৌ', কি ভাবিছ কি শুনিছ, মই গাওঁ স্বাধীনতাৰ গান, অপেক্ষা কৰা আৰু জীৱন-বৰ্ম** নামৰ কবিতা কেইটা। কবিৰ অপ্ৰকাশিত কবিতা বিচাৰোতে পুৰণি "ফাইল", পেৰা-পেটাৰি খুচৰি **'ৰাতি পুৱালে', 'শীতৰ কুঁৱলী ৰাতি', 'লেনিন'** এই তিনিটা কবিতা কবিৰ হস্তাক্ষৰত থকা ৰূপতে পৰিয়ালে আমাক অৰ্পণ কৰে। কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ সহধৰ্মিনী শৈল্যপ্ৰভা দত্তই আমাক জনাই ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ কেইবাটাও কবিতা তেখেতৰ মৃত্যুৰ পাছত কোনো কোনো লোকে নি ঘূৰাই দিয়া নাই। আমাৰ হাতত পৰা এই কবিতাখিনিকে লৈ গ্ৰন্থৰ কামত আগবঢ়া হ'ল। আমাৰ বিশ্বাস কবি গৰাকীৰ সকলো কবিতা পোহৰলৈ অহা নাই। অসমীয়া প্ৰগতিশীল কবিতাৰ বাটকটীয়াৰূপে বিদ্বৎ সমাজে মত প্ৰকাশ কৰা ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ সকলো কবিতা পোহৰলৈ আহিলে কবি গৰাকী আৰু কবিতাসমূহৰ পূৰ্ণাঙ্গ মূল্যায়ন সম্ভৱ হ'ব। কবি গৰাকীৰ জীৱন, কৰ্ম আৰু কবিতাসমূহ গৱেষণামূলক তথ্যৰে সমৃদ্ধ বুলি আমি বিশ্বাস কৰোঁ।

অসম সাহিত্য সভাৰ মাননীয় সভাপতি পদ্মশ্ৰী ৰংবং তেৰাঙদেৰে **'ধীৰেন দত্তৰ কবিতাঃ এটি অনুভৱ'** আৰু প্ৰধান সম্পাদক ড° পৰমানন্দ ৰাজবংশীয়ে **'প্ৰধান সম্পাদকৰ এষাৰ'** লিখি এই গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত যি উদ্যোগ ল'লে আৰু আন্তৰিকতা প্ৰকাশ কৰিলে সেয়া আছিল আমাৰ বাবে প্ৰেৰণাৰ উৎস। কবিগৰাকীৰ বিষয়ে এটি লেখা দিবলৈ বিশিষ্ট চিন্তাবিদ, গৱেষক ড° গিৰীশ বৰুৱাক সভাৰ পক্ষৰ পৰা অনুৰোধ জনোৱাত **'ধীৰেন দত্তৰ দৃষ্টিত জীৱন আৰু কবিতা'** শীৰ্ষক অতি মূল্যবান লেখা এটি দি অনুগৃহীত কৰিলে। কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ ঘনিষ্ঠ সহযোগী আৰু ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ জীৱন আৰু কৰ্মৰাজী আক্ষৰিক ৰূপত প্ৰকাশ কৰা কাৰ্যত বিশেষ ভাবে জড়িত হৈ থকা প্ৰয়াত চিদানন্দ শইকীয়াৰ" চিৰ বিপ্লৱী ধীৰেন দত্ত লেখাটি তেওঁৰ 'হে মৃত্যুঞ্জয়'(১৯৯১) গ্ৰন্থৰ পৰা পুনৰ প্ৰকাশ কৰা হ'ল। ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ পৰিয়ালবৰ্গৰ পৰা এটি লেখা বিচৰাত পৰিয়ালে কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ বৰজী, সদ্য প্ৰয়াত অধ্যাপিকা সত্যমণি দত্তৰ **'মানুহৰ বাবে কবি হোৱা' মানুহজন'** লেখাটি প্ৰকাশ কৰিবৰ বাবে আমাৰ হাতত অৰ্পণ কৰে। অধ্যাপিকা সত্যমণি দত্ত নগাঁৱৰ আনন্দৰাম ঢেকীয়াল ফুকন মহাবিদ্যালয়ত অধ্যাপনা কৰি থকা সময়ত মহাবিদ্যালয়ৰ 'আনন্দলেখা' মুখপত্ৰত (২০০৩-০৪) প্ৰৱন্ধটি প্ৰকাশ হৈছিল। ২০০৯ চনৰ ২২ ডিচেম্বৰ তাৰিখে অধ্যাপিকা সত্যমণি দত্তৰ আকস্মিক বিয়োগ ঘটে। পৰিয়ালৰ ইচ্ছা অনুসৰি কলেজ কৰ্তৃপক্ষৰ অনুমতি সাপেক্ষে প্ৰৱন্ধটি প্ৰকাশ কৰা হ'ল। ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ আন এগৰাকী সহযোগী তথা আসাম প্ৰেছ কৰেছ্পডেণ্ট ইউনিয়নৰ প্ৰতিষ্ঠাপক সভাপতি ভবেশ শইকীয়াৰ এটি প্ৰৱন্ধ আৰু কবি বিনন্দ বৰুৱাৰ এটি প্ৰৱন্ধ গ্ৰন্থখনত সন্নিবিষ্ট কৰা হৈছে। গ্ৰন্থখনি প্ৰকাশৰ ক্ষেত্ৰত কবি ধীৰেন চন্দ্ৰ দত্তৰ পৰিবাৰ শৈল্যপ্ৰভা দত্ত, পুত্ৰ চিন্তামণি দত্ত, অৰুণ জ্যোতি দত্ত, কন্যা সুৰভি দত্ত আৰু তেওঁৰ স্বামী দীপু নাথে সহায়ৰ হাত আগবঢ়ালে। সকলোকে আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

মাথো এটা সপ্তাহৰ ভিতৰত যোৰহাটৰ শব্দ প্ৰকাশনে গ্ৰন্থখনি ৮ অক্টোবৰ ২০১০ খ্ৰীষ্টাব্দ তাৰিখে কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ জন্ম শতবৰ্ষ সামৰণী অনুষ্ঠানত পাঠক সমাজৰ হাতত গ্ৰন্থখন দিব পৰাকৈ গ্ৰন্থৰূপ দিলে। শব্দ প্ৰকাশনৰ স্বত্বাধিকাৰ কবি উজ্জ্বল পাওগাম আৰু ৰণজিত গগৈ, এই খৰতকীয়া কামৰ বাবে অশেষ ধন্যবাদৰ পাত্ৰ।

কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ নামটি বহুল ভাৱে প্ৰচাৰিত হৈছে ধীৰেন দত্ত বুলি। কোনো কোনো লেখাত, চিঠি পত্ৰত ধীৰেন্দ্ৰ নাথ দত্ত ৰূপেও প্ৰকাশ হৈছে। আমি কবিৰ নামটো ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত আৰু ধীৰেন দত্ত গ্ৰহণ কৰাৰ যুক্তিটো হ'ল অভিযান দ্বিতীয় সংস্কৰণত প্ৰকাশিত ('মোৰ বক্তব্য') শীৰ্ষক এক পৃষ্ঠাৰ লেখাত 'শ্ৰীধীৰেন দত্ত, (৯/১২/৩৫) নামটি প্ৰকাশিত ৰূপত আছে। তাৰিখটোৰ প্ৰতি লক্ষ্য কৰিলে এই পৃষ্ঠাটো যে 'অভিযান'ত আছিল সেই সন্দেহ পোৱা যায়। আনহাতে ১৯৫১ চনত ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত আৰু শৈল্যপ্ৰভা দত্তৰ বিবাহ সম্পন্ন হওঁতে কামৰূপ জিলা কৰ্তৃৰ পঞ্জীয়ন নথিত 'ধীৰেন দত্ত' বুলি নাম উল্লেখ আছে। সেয়েহে এই নাম দুটা গ্ৰহণ কৰা হৈছে।

গ্ৰন্থখনৰ কাম কম সময়ৰ ভিতৰত কৰিবলগীয়া হোৱাত অনিচ্ছাকৃতভাৱে ত্ৰুটী ৰৈ যাব পাৰে। বিশেষকৈ শব্দৰ আখৰ—জোঁটনিৰ ক্ষেত্ৰত। গুণগ্ৰাহী পাঠক সমাজে গ্ৰন্থখন আদৰি লোৱাৰ লগতে আমাৰ ত্ৰুটী মাৰ্জনা কৰে যেন।

পবিত্ৰ বৰবৰা
হেমেন চন্দ্ৰ হাজৰিকা
গোপীকানন্দ শইকীয়া
সম্পাদক।

সূচীঃ



ধীৰেন্দ্ৰ চন্দ্ৰ দত্তই 'অভিযান' কাব্যগ্ৰন্থত লিখা নিজৰ বক্তব্য

## মোৰ বক্তব্য

আজি আমাৰ ধৰ্ম-কৰ্ম, সমাজ সকলোতে দেখা দিছে এটা অৱসাদ-গ্লানি। চাৰিওফালে পুঞ্জীভূত অন্ধকাৰ— লানি নিছিগাকৈ তৰঙ্গৰ পাচত তৰঙ্গ তুলি কোন অন্ধকাৰৰ গভীৰ গাঁতৰ ফালে ঠেলি দিছে।

দৰিদ্ৰ কৃষক, খাবলৈ ভাত নাই, পিন্ধিবলৈ কাপোৰ নাই, কিন্তু দেখিবা মুখত ধোদৰ হাঁহি; মৰিবৰ কাৰণেই যেন সৃষ্টি, মৰাতেই যেন ইহঁতৰ সাৰ্থকতা! আনফালে দেশৰ ধনী—মানি—জ্ঞানী শিক্ষিত সম্প্ৰদায় খেতিয়কসকলৰ পৰা ক্ৰমাৎ আঁতৰি গৈ আছে। তেওঁলোকৰ প্ৰতি যে কিবা কৰিবলগীয়া আছে, সেই সম্বন্ধে শিক্ষিত সম্প্ৰদায় একেবাৰে অচেতন!!

যুৱকসকল একেবাৰে জড়-অচল! যৌৱনোচিত উদ্যম, চেষ্টা সকলো ৰহিত!! এইবিলাক দৈন্যই আমাক বিৰাট দৈত্যৰ দৰে হেঁচা মাৰি ধৰিছে!

কিন্তু আমি সঁচাকৈয়ে মৰিমনে? যদি মৰিবলগীয়া হয়েই, এবাৰ ভালকৈ যুঁজ দি মৰিম। মৰিব লাগিলে বীৰৰ দৰে মৰিম। এই যুদ্ধৰ উদ্দীপনাই মোৰ মনত যি ধুমুহাৰ আৱৰ্তৰ সৃষ্টি কৰিছিল তাৰ পৰাই হৈছে এই কবিতাৰ সৃষ্টি। মোৰ অভিযান সকলো প্ৰকাৰ জড়তা দীনতা হীনতাৰ বিৰুদ্ধে, সমাজৰ কঠোৰ বান্ধোনৰ বিৰুদ্ধে। কিমান দূৰ সফল হৈছে ক'ব নোৱাৰোঁ। কিন্তু মোৰ এই চেষ্টা প্ৰথম। কাজেই ভুল-ভ্ৰান্তি ক্ষমাৰ যোগ্য।

অৱশেষত শ্ৰীযুক্তা সুমিত্ৰা দেৱী, শ্ৰীযুক্তা ৰূপহী দেৱী, শ্ৰীযুক্ত ৰামদাস ৰবিদাস, শ্ৰীযুক্ত ৰামচন্দ্ৰ দাস, শ্ৰীযুক্ত প্ৰেমনাৰায়ণ পাটোৱাৰী আৰু শ্ৰীযুক্ত নোমল চন্দ্ৰ নাথ আদি বন্ধুসকলৰ একান্ত সহায়-সহানুভূতিৰ ফলতহে অভিযান ওলোৱা সম্ভৱ হৈছে। তেখেতসকলক মোৰ সাদৰ অভিনন্দন জনাইছোঁ।

গোলাঘাট — শ্ৰীধীৰেন্দ্ৰ চন্দ্ৰ দত্ত।
৯/১২/৩৫

(সংগ্ৰহ কৰা হৈছে— 'ধীৰেন্দ্ৰ দত্তৰ কবিতা' (১৯৭৩) 'অভিযান'ৰ পৰিবৰ্ধিত দ্বিতীয় সংস্কৰণৰ পৰা।)— সম্পাদক।

কবি ধীৰেন চন্দ্ৰ দত্তৰ হস্তাক্ষৰ

## সংস্কাৰ

বিদ্ৰোহী মন প্ৰাণ
নুবুজোঁ একোকে নাজানোঁ একোকে
নামানো ভগৱান;
প্ৰলয় ডম্বৰু বাজে ঘোৰ ৰৱে
নাচি উঠে মন প্ৰাণ।
বিদ্ৰোহী মন প্ৰাণ।
গোৱাহে জয় গান।
নাই ভীৰুতা, নাই পৰাজয়,
ক্লীৱতা-পূৰ্ণ প্ৰাণ,
ক্ৰুদ্ধ মানৱেই ৰুদ্ৰ দেৱতা
গায় ধ্বংসৰ গান
গোৱাহে জয় গান।
পাপ যুগ অৱসান,
চিৰ সুন্দৰ মুৰতি মধুৰ
জাগিছে মানৱ প্ৰাণ,
মানুহেই ঈশ্বৰ সৰ্ব দেৱতা মানুহেই ভগৱান,
পাপ যুগ অৱসান।■

## স্বাধীন ৰায়ত

স্বাধীন ৰায়ত স্বাধীন ৰায়ত বিশ্ব কঁপোৱা বিজয়ী বীৰ,
তুমিয়ে শান্তি তুমিয়ে স্বস্তি তুমি বেহেস্তি ধৰিত্ৰীৰ।
লক্ষ যুগৰ বক্ষ বেদনা পুঞ্জীভূত অন্ধকাৰ
মৃত্যু দৈন্য ক্ষুধাৰ যাতনা অপমানত দিন উজাৰ।
মৃত্যু ভোলা, তুমি ভোলানাথ গৰল কেৱল তোমাৰ ভাগ
অমৃত ৰাশি লৈছে গ্ৰাসি ধনীয়ে ধনৰ বিৰাট ভাগ।
দধীচি তুমি পচালা শৰীৰ মাটিত খাতি গেলালা হাড়,
তোমাৰ ভাগত ভোকৰ তাড়না নিদ্ৰাবিহীন ৰাত গুজাৰ।
ৰুদ্ৰ তেজেৰে জ্বলোৱা পৃথ্বী ভোলানাথ ভাঙ ভাং-নিচা,
বিৰাট দৈত্য দুৱাৰ মুখত নাশা ত্ৰিপুৰক এৰি নিচা।
জাগা জাগা তুমি বিৰাট শক্তি স্বাধীন ৰায়ত কৃষক দল,
বজোৱা মাদল ৰণ দুন্দুভি পলাব কেনিবা অসুৰ চল।
যুগ যুগ ধৰি কত অপমান কত লাঞ্ছনা কতনো দুখ,
তোমাৰ বুকেদি গৈছে ৰায়ত ভোকতে মৰিল কতনা লক্ষ।।
বলোৰাম তুমি, নাঙল চলোৱা কৰা চিৰা চিৰ ধৰিত্ৰীক,
আগ্নেয়গিৰি তোমাৰ বুকুত ভস্মিত কৰা অত্যাচাৰীক।
বিশ্বকৰ্মা গঢ়িবা তুমি ভাঙিবা তুমি,
তোমাতে সকলো শক্তি বীৰ।
অত্যাচাৰী ধনীৰ দম্ভ গৰ্বিত শিৰ বিলাস পুৰীৰ
চূৰ্ণিত কৰা লোৰ প্ৰাচীৰ।
জাগাহে হজুৱা কৃষক বনুৱা জাগা জাগা যত লুণ্ঠিত ভাই,
নতুন যুগৰ নৱ উদ্দীপনা সিৰে সিৰে আজি বাগৰি যায়।।
স্বাগত স্বাগত স্বাগত বন্ধু, বন্ধুৰ বাট অতিক্ৰম,
শান্তি শান্তি কেৱল শান্তি ধ্বংসৰ পাচত গঢ়াৰ শ্ৰম।
নবীন যুগৰ নবীন সূৰ্য নবীন জ্যোতিত প্ৰকাশি সৌ,
সাম্যৰ গানে শান্তিৰ গানে স্বস্তিৰ গানে তুলিছে ঢৌ।।■

ৰচনাকাল-৭/৯/৩৪



## সমাজ বিপ্লৱ

ক্ৰুচত বিদ্ধ খ্ৰীষ্ট দেৱতা,
প্ৰহ্লাদ পৰিল শিলৰ তল,
ছচেইন আজি মৰুৰ বুকুত
এজিদে আগুৰি ফোৰাদ জল।
ক্ষুধিত কৃষাণ খুজিছে অন্ন,
ধনীৰ ঘৰত ভোজৰ ৰোল,
বন্দিনী মাতা বদ্ধ কাৰাত
কংস-সভাত নাচৰ ঢল।
খাণ্ডৱ দহিলে গাণ্ডীৱী বীৰে
যজ্ঞ হোমৰ বিষম ফল,
নাই সি দধীচি বজ্র কড়্ কড়্
ইন্দ্ৰ বীৰ্য্যৰ যুৱক দল।
ৰঙীন মদৰ বিলাস নিচাত,
ভুলি আছে মন আমোল-মোল,
পশ্চিমৰ বেলিয়ে খেলে চিকি মিকি,
নগ্ন সভ্যতাৰ বাজে জয় ঢোল।
ধিক্ ৰে যুৱক ধিক্ তোৰ বীৰ্য্য,
আপোন পাহৰি ভুলিলি তই,
তয়ে কি লাচিতৰ দেশৰ মানুহ
ক্লীৱতাৰ বেশে গোলামি লৈ?
ভুলিলি কি তই অসুৰ সন্তান,
স্বৰ্গ অকল নোহে দেৱতাৰ,
তোৰো বল আছে শক্তি আছে তোৰ
মাৰ গদা ভাঙ্গ স্বৰ্গ দ্বাৰ।
জ্বলা তই অগ্নি দাও দাও কৰি
ঘটোৎকচৰ বংশধৰ,
কুৰুক্ষেত্ৰৰ বিৰাট বিপ্লৱ,
কিহৰ ভীৰুতা কিহৰ ডৰ?

ব'ল ব'ল পিহি হাতী ঘোঁৰা ৰথ,
চূৰ্ণিত কৰি বৈৰুৰ দ্বাৰ,
ধ্বংস ধ্বংস ধ্বংস অগণি,
মাৰ মাৰ তই শত্রু মাৰ।
স্বৰ্গ স্খলিত বিলাসী দেৱতা,
দূৰ কৰ তই সকলো দূৰ,
ভাৰত সাগৰ পাৰ কৰি দে
খেদ খেদ তই সকলোবোৰ
বিদ্রোহী ডেকা বিপ্লৱী ডেকা,
ধ্বংসৰ নিচান উৰাবি তই,
জয় জয় ৰৱে বজা দুন্দুভি,
জয় বিদ্রোহৰ বিপ্লৱৰ জয়।■

ৰচনাকাল-৪/১২/৩৪



## শুনা শুনা শুনা ৰুদ্ধ দেৱতা

শুনা শুনা শুনা ৰুদ্ধ দেৱতা নৰ নাৰায়ণে কান্দিছে হাঁয়,
জগত বিয়পি উঠিছে কান্দোন নিপীড়িত শিৱ গৰল খায়।
চৌদিশ জুৰি অত্যাচাৰীয়ে পাতিছে কতনো কুহক জাল,
বন্দিনী মাতা, ক্ৰন্দনৰতা, ই যে বিশাল বন্দী-শাল।।
দিশে দিশে সৌ প্ৰলয় বহ্নি ঘন ঘোৰ মেঘ ব্ৰজকাল,
গাজ্ ঘোৰ বাজ্ বৃত্ৰহন্তা প্ৰলয় বজ্ৰ ৰক্তলাল।।
লালে লালে লাল নন্দ দুলাল, কংসক বধিছে তাথৈ থৈ,
ৰণ-ৰঙ্গিণী, মহিষ-মৰ্দিনী, শক্তিৰ বিজয় নিচান লৈ।।
নিদ্ৰিত শিৱ জাগিছে জাগিছে কৃষক মজুৰ শ্ৰমিক দল,
চাহৰ পাতৰ ৰঙীন গোলাপী সৰ্বহাৰা মানুহৰ ঢল।
ক্ৰুদ্ধ গৰ্জনে ৰুদ্ধ পৃথিৱী সাম্যৰ গানে ধ্বনিছে দিশ,
মানুহৰ পূজা দেৱতাৰ সেৱা নাই ভেদ কোনো সকলো শিৱ।
বিহাৰৰ মহা কম্পন বেগে চূৰ্ণিত কৰি প্ৰাসাদ শিৰ,
নগাঁৱৰ বান বোৱাই উজান প্লাৱিত কৰ সকলো তীৰ।।
অত্যাচাৰীৰ বিজয় দৰ্প চূৰ্ণিত কৰ যুৱক দল,
বন্দী দেৱতা বদ্ধ কাৰাত ধ্বংস গানৰ উঠক ঢল।
বদ্ধাৰ্গল ভাঙ ভাঙ সৱে দৈৱকী জননী কান্দিছে শুন,
শিলৰ প্ৰাচীৰ গুড়ি কৰি দে বীৰ বেশ ল এৰি দে ধুন।।
শূদ্ৰ শূদ্ৰ কিহৰ শূদ্ৰ সকলো মিথ্যা সকলো ছল।
পুৰণি কলীয়া মিথ্যা ছলনা হীন দাসত্বৰ ভাঙি দে কল।।
মাটি ফালি তই আৰ্জি শস্য তয়েই পুহিছ ছত্ৰিশ্ জাত,
তাৰ ফল পালি মহা হীন হলি শাস্ত্ৰৰ কঠিন বান্ধোন গাত।।
ফাল পুথি ফাল পুৰণি কলীয়া সাঁচিপাত কিয় থৈছ সাঁচি।
যাচি যাচি কিয় মিথ্যাৰ বোজা লৈছ শিৰত নাচি নাচি।।
শুন শুন সৌ বাজে দুন্দুভি বাজে মৃদঙ্গ মাদল ঢোল,
সোণালী সূৰ্যই তুৰ্য বজায় তোল জাতীয় পতাকা তোল।
সাম্যৰ পূজা, মানুহৰ সেৱা শান্তিৰ বাণী স্বস্তিৰ বোল,
সত্যৰ পূজা, সুন্দৰ-পূজা, মঙ্গল উৰুলিৰ পৰিল ৰোল।।■

ৰচনাকাল-৭/১২/৩৪

## পৃথিৱীৰ প্ৰতি

(১)

হে পৃথিৱী,
প্ৰশ্ন মই কৰিছো তোমাক,
সৃষ্টিৰ আদিম দিনত,
যিদিনা সোণালী সূৰুযে
খেলিলে বিজুলি প্লাৱিত কৰি
সাগৰৰ তীৰ, কৈছিল নে কি মাতি
ঈশ্বৰে তোমাক, ব্ৰাহ্মণ শূদ্ৰৰ ভেদ
— ধনী দুখীয়াৰ? ধৰ্মৰ নামত
ভণ্ডামিৰ ধৰি অৱতাৰ,
নৰৰূপী নাৰায়ণ- হত্যা কৰি তাক,
উচ্চকণ্ঠে প্ৰচাৰৰ কাৰণে ধৰাত।
কৈছিল নে কি মাতি,
নাৰী নৰকৰ দ্বাৰ, নাই সেয়ে
অধিকাৰ পৱিত্ৰ বেদত?
দৰিদ্ৰ কৃষক, কত কষ্ট কৰি হায়।
নাঙ্গল লগাই লঠঙ্গা ধৰণী কৰি
শস্য শ্যামলা পুহিছে সকলো।
তাৰ প্ৰতিদান,—
ধনীৰ চেপাত কৰে 'ত্ৰাহি ত্ৰাহি'।
যান্ত্ৰিক সভ্যতা আহি,
স্ৰজিছে মজদুৰ দল, নাম— তাৰ
কলৰ কুলী।
নাই অন্ন, নাই বস্ত্ৰ,
শীতে নাই শীতৰ কাপোৰ,

বেমাৰত ঔষধ বিহীন,
দুৰ্ভিক্ষ মাৰিয়ে— কৃষক কেৱল



কৃশতাৰ কঙ্কাল কৃত্ৰিম দশা
পাইছে অ' আই!

বাটে ঘাটে মৰে
কোনো সোধোতা যে নাই
"কোন এই মৰে কেলেহুৱা"?

শাস্ত্ৰ গঢ়ি অকৃতজ্ঞ ভণ্ডৰ সমাজ,
কৰিলে প্ৰচাৰ—হীন তই,
নাই তোৰ অধিকাৰ,
পৱিত্ৰ ধৰম পুথিত।
যদি কৰ বেদৰ চৰ্চন
জিভা তোৰ যাব খহি
পাবি নৰকত স্থান।
জন্মে জন্মে ভুঞ্জিবি ললাট।
ভাৱে হোজা,
নিৰক্ষৰ দৰিদ্ৰ কৃষক
"সত্য ইটো ঈশ্বৰ আদেশ"।
কৰিলে
প্ৰভূত্ব হেতু অস্পৃশ্য সৃজন,
চুবই নাপায় তোক।
তোক চুলে ৰুষ্ট ভগৱান,
অপৱিত্ৰ হ'ব তীৰ্থ স্থান।
অ' আই পৃথিৱী,—
নোহোৱানে অপৱিত্ৰ তুমি
ধাৰণ কৰি অস্পৃশ্য সন্তান?
ঈশ্বৰ-মন্দিৰ দেহা—
—পৱিত্ৰ আত্মাৰ বাস—
—তাক ক'লে অপৱিত্ৰ তই।
"সৰ্বভূতে ভগৱান"
ভুলি গৈ গীতাৰ আদেশ,

কৰিলে প্ৰচাৰ—ক্ষুদ্ৰ তই,—হীন তই,
মানুহৰ মনুষ্যত্ব নাই তোৰ,
ভগৱান নাই তোৰ সজাৰ মাজত।
ঘৃণ্য তই নৰকৰ জীৱ!
পাপৰ ফলত জনম তোৰ,
দাসত্বই কৰ্ম তোৰ, তেহে
যদি ছিগে কৰ্ম ডোল,
পাৱ তই আন জনমত
পৱিত্ৰ বংশত জন্ম।
বন্ধ জীৱ অন্ধ হৈ-
মোহিনী কথাত,
নিকৃষ্ট জীৱন ধৰি-
ঘৃণ্য নাৰকীয় দাস কৰিছে
সদায়। নাজানে একোকে-
ম্লান মুখে অকাতৰে বয় বোজা
অপমান অচ্ছেদ যন্ত্ৰণা।

হাঁহে ক্ৰুৰ হাঁহি—অকৃতজ্ঞ
উচ্চবৰ্ণ অভিমানীবোৰে।
ভাৱে—ময়েই প্ৰতিনিধি
ভগৱানৰ। পাইছো তেওঁৰ
লিখিত আদেশ,
গোলাম খটোৱা ধৰ্ম।
মোৰ বাক্য ভগৱানৰ
স্বয়ং আদেশ! ময়েই সকলো।
শূদ্ৰ সি অধম—
কি তাৰ অধিকাৰ
ধৰ্মৰ কথাত
ধৰ্ম তাৰ গোলামিৰ হেতু,
কেঁকোৰা নাঙ্গল খুলি
পুহিব আমাক—এয়ে
ধৰ্ম তাৰ।



(২)
আনফালে
পশ্চিমীয়া সভ্যতাই,
নগ্নতাৰ জয় ঢোল পিতি—
কৰিছে প্ৰচাৰ— ভদ্ৰ মই
জ্ঞানী মই, সকলো বিশ্বত;
মোৰ যি অভিৰুচি—
সিয়েই আদৰ্শ জগতৰ।

ৰাজ্য লোভী, পৰস্ব হৰণ কৰি
উলঙ্গ বিলাসে মত্ত,
ঘোৰ ব্যভিচাৰ, নাই
কোনো নীতিৰ বান্ধনি।
যুক্তিহীন পাশবিক বল লৈ
ভোগৰ সোঁতত উটি
বিলাসৰ পঙ্কিল পাকত
উন্মত্ত সকলো।

নাৰীগণে কৰিছে প্ৰচাৰ,—
'গৰ্ভ আমি নকৰোঁ ধাৰণ,
কোনে সহে বিষম যান্ত্ৰণা
ঘৃণনীয় সন্তান প্ৰসৱ।
আহিছোঁ বিশ্বত দুদিনৰ বাবে,
কৰিলোৱা স্ফুৰ্তি যত মানে।
বিবাহৰ মূল্য কিবা—
যাকে খুচি বিলাৱা শৰীৰ,
তাৰ পাচতেই লাগে
হক 'ডাইভৰ্চ' (বিচ্ছেদ)।

স্বেচ্ছাচাৰী বলদৰ্পী
ৰাজ্যৰ শাসক,
ঘোৰ পাপে মগ্ন সবে—

কত কি 'এচিদ গেছ' 'দিনামাইট'
'ক্রোইজাৰ' 'টর্পেদো' আদিৰে
বিষাক্ত সর্পৰ দৰে,
আপোনাৰ গুপ্ত শক্তি লৈ
চিন্তিছে কেৱল সদায়
মানুহৰ মৃত্যুৰ উপায়।
পৰ ৰাজ্য গ্রাসৰ ইচ্ছাত
নিৰাশ্রয় দৰিদ্র কৃষক,
বিমানৰ বোমাৰ ফলত
হ'ব গৃহ হীন।
ঘৰে ঘৰে উঠিব ক্রন্দন,
বিষাক্ত গেছেৰে পুৰিব জগত এই--
পাশৱিক বৈজ্ঞানিক
নামলোৱা-- জ্ঞানহীন ধনীকৰ
বিনাশ ইচ্ছাত 'বগাৰ'
প্রভুত্ববোধ 'ক'লা'ৰ দেশত।
অহংকাৰ দৰ্পী সবে
কৃষ্ণকায় মানুহক
নাভাৱে মানুহ বুলি
ভাৱে পশু যেন।
স্বেচ্ছাচাৰী বর্ণ দৰ্পী
ঘোৰ মদে মত্ত ইউৰোপ।

আন ফালে শ্রমিকৰ
কৰুণ ক্রন্দনে--
বিষাক্ত কৰিছে বায়ু,
অন্ন নাই বস্ত্র নাই,
নাই মুক্ত বায়ু,
অন্ধকাৰ আলোহীন--
বেমাৰত ঔষধ বিহীন,
ব্যাধি গ্রস্ত পঙ্গু-মূক নৰ--



ৰাক্ষসী কলৰ গ্রাসত
মৰিছে যে পলে পলে।
উচ্ছৃঙ্খল কলৰ মালিক
ধনৰ বলেৰে কৰি
হস্তগত ৰাষ্ট্ৰৰ শাসন,
ইচ্ছামতে শুহিছে কুলীক।
দৰিদ্র কৃষক হায়!
নাপায় এমুঠি অন্ন
বেমাৰত এটোপা দৰৱ।
ব্যাধিগ্রস্ত সন্তানক, বুকুত
সাৱটি লৈ খাটে মাথো--
'ভগাৱন, দেখিছা সকলো,
কৰা নাই অকণিকে পাপ,
বহু কষ্টে চাহ কৰি অনাহাৰ
আধা পেটে পোনাটিক লৈ
কোনোমতে আছিলো কটাই,
সিয়ো আজি মৃত্যুৰ গ্রাসত।"
বিলাসী ধনীয়ে
বিলাসৰ বাবে কোটিয়ে কোটিয়ে
ঢালে--এক নিমিষতে--য'ত পায়,
ত'ত খোজে, বিচাৰিছে নিতে নিতে
নতুন উপায় শোষণৰ বাবে।
(৩)
জগতৰ জ্ঞানীগণে
খুজিছে শান্তিৰ পথ--
পাপৰ প্ৰৱল স্রোত
ৰোধ হেতু নতুন উপায়,--
ক্রমে পুবে দিলে দেখা,
নবীন সন্ন্যাসী-- নবাৰুণ স্নিগ্ধ জ্যোতিলৈ,
ভাৰতৰ দুৱাৰ দলিত।
ক'লে মাতি--

এই যে দলিত মানৱ,
হস্তে পদে বন্ধা ধনীকৰ
কলৰ চকাত, ঘূৰিছে
পশুৰ দৰে, বন্ধ চক্ষু লৈ
কলৰ ঘানিত।
ৰোগজীর্ণ শীর্ণ দেহা,
যুগ যুগ ধৰি বয় বোজা,
অপমান অচ্ছেদ যন্ত্রণা।

এই যে কৃষক—
জগতৰ মেৰুদণ্ড— উদণ্ডৰ
দন্তালিৰ ফলত,- মৃত্যুৰ মুখত
গৈ অপেক্ষিছে নিতে।
কত কষ্ট কৰি হায়!
চহাইছে ধৰণী, কৰিছে উৎপন্ন শস্য,-
ৰান্ধি বাঢ়িলৈ—মুখত দিওঁতে
গ্রাস, নিছে কাঢ়ি।

সৌ যে মানৱ—
ঈশ্বৰ সন্তান—চয়তানি বিধান,
কৰিছে প্রসাৰ— অচ্ছুত—
অস্পৃশ্য তই— নাই তোৰ
অধিকাৰ, স্বাভাৱিক মানৱ
ধৰ্মত— ঘৃণ্য তই নৰকৰ জীৱ।

এই যত নৰ—নাৰায়ণ,
যত জনগণ পীড়িত—পেষিত,
বঞ্চিত— লাঞ্ছিত— দলিত— তাড়িত—
ইসবাৰ অন্তৰত জগাব লাগিব-
'মানৱৰ জন্মস্বত্ব ন্যায্য অধিকাৰ'
'মানুহ হৈ বাচিবৰ আশা'



নোহে হিংসা, নোহে মৃত্যু
নাই কোনো ৰাক্ষসী পিপাসা,
চামুণ্ডাৰ ৰক্ত ৰঙ্গ খেলা।
সাম্যৰ বেদীত পাতি
শান্তিৰ আসন, বৰিম দেৱতা,
কৰিম স্খলন আত্মদোষ নিজা।
পূৰ্ব্বকৃত হেতু—
যুগে যুগে যত পাপ
যত গ্লানি হইছে স্তূপীকৃত,
শান্তিৰ তৰল অগ্নিত
কৰা ভস্মীভূত।
সেই শ্মশান ভস্মত,
পাবা সন্ধান- অমৃতৰ,
মৃত্যুহীন প্ৰাণ বিপ্লৱৰ
নতুন অগনি শিখা—
জগতৰ নৱ-যুগ সভ্যতাৰ,
নতুন আভাস। অনাগত
ৰথৰ চক্ৰত, ঘৰ্ঘৰি উঠিছে বাজি,
সেই অনাগত ধ্বনি।

বৰ্তমান— যুগ— সভ্যতাৰ,
ক্লেদ গ্লানি পূৰ্ণ পঙ্কিল আৱৰ্ত,
অত্যাচাৰীৰ বিজয় দুন্দুভি
এদিন হঠাতে পৰিব খহি,
নিদাৰুণ ৰৱে, নাই তাৰ
আৰু বেছি দিন।

সাজু হোৱা—নৱ সভ্যতাৰ
নতুন আভাস প্ৰচাৰৰ হেতু,
ভাৰতৰ যুৱজন শ্ৰমিক
মণ্ডলী, কৃষকৰ দল।

উঠা জ্বলি প্ৰচণ্ড তেজেৰে,
নিৰ্জীৱ কি ধমনী তেজ,
মাছৰ তেজৰ দৰে?
ভাঙ্গা— কৰা চুৰমাৰ
জাত-পাত যত ভেদাভেদ,
নাই হিন্দু মুছলমান,
সকলোৱে মানৱ সন্তান,
সাম্যময় বিশ্ব মানৱতাৰ,
প্ৰেমৰ ভেটিত- হোৱা
সকলো মিলিত, নাই ধনী,
নাই দিন উচ্চ নীচ
কোনো ভেদাভেদ।
সকলোৰে সম আশা,
সম ভোগ সম বিচাৰ,
হে পৃথিৱী,
নোৱাৰানে ক'ব তুমি,
আহিছেনে সেই দিন,
শান্তিৰ জ্বলন্ত গোলা,
অশান্তিৰ হেতু প্ৰলয়ৰ নাদে?■

ৰচনাকাল-১৩/১২/৩৪



## শুনা

শুনা সুন্দৰ,
শুনা মঙ্গল
শুনা জাগ্ৰত ভগৱান,
বাজে ব্ৰজাল
বাজে ভয়াল
বাজে জাগ্ৰত জয়গান।
আহে প্লাৱন
আহে বিপ্লৱ
আহে বানপানী আহে বান,
উটে পঙ্কিল
উটে কৰ্দম
উটে দুৰ্দম দুৰ্গন্ধ ম্লান।
জাগে লাঞ্ছিত
জাগে বঞ্চিত
জাগে লুণ্ঠিত যত কৃষাণ,
উঠে ক্ষুধিত
উঠে তৃষিত
উঠে নিপীড়ত যত প্ৰাণ।
হানে চক্‌মকি
হানে বিদ্যুৎ
হানে প্ৰলয় ৰক্ত বিষাণ,
জানে দুঃখিত
জানে পীড়িত
জানে দুঃখৰ দিন অৱসান।
কৰা চুৰ্ণিত
কৰা ধ্বংসিত
কৰা ধ্বংসৰ জয় গান,

ভাঙ্গা শৃঙ্খল
ভাঙ্গা বন্ধন
ভাঙ্গা বন্ধ দুৱাৰখন।
উঠা দলিত
উঠা পতিত
উঠা লাঞ্ছিত জনগণ
দেখা আহিছে
দেখা হাঁহিছে
নৱ যৌৱনত যত প্ৰাণ
হ'ব দুখৰ
হ'ব কষ্টৰ
হ'ব নিষ্ঠুৰ নিশা অৱসান
নাই ভয়ৰ নাই ক্ষয়ৰ
মুক্ত সকলো প্ৰাণ
জাগ্ৰত ভগৱান।।■

ৰচনাকাল-১৯/১২/৩৪



## নৱযুগ

দধীচিৰ অস্থি লৈ
বিশ্বকৰ্মা গঢ়ে বজ্ৰ
ভৱিষ্যত প্ৰলয়ৰ লাগি
হিমালয়ৰ নিভৃত কন্দৰে
মহাৰুদ্ৰ বহি ধ্যানাসনে
মহাশক্তি জ্বলে ধিকিমিকি।

পৃথিৱীৰ অন্তৰে অন্তৰে
সৃষ্টিৰ আঁৰত চলে
অগ্নিগিৰি উত্তাপ তৰল,
মানৱৰ হৃদয়ৰ গোপন গুহাত
জমি উঠে তলে তলে
ভীষণ গৰল।
সত্যক আন্ধাৰ কৰি
অসত্যৰ তমোৰাশি নিবিড় আন্ধাৰ,
অহিংসাৰ আঁৰে জ্বলে
ভণ্ডামিৰ ক্লীৱ অনাচাৰ।

এই যত মানৱৰ বুকুৰ আপনা,
শিলৰ বোজাৰ দৰে
পীড়িত দলিত,
ইসবৰ অন্তৰে অন্তৰে
ৰুদ্ৰ শক্তি কৰা প্ৰজ্বলিত।

ভৱিষ্য যুগৰ লাগি
শুনো মই— অনাগত ধ্বনি;
শব্দহীন কালৰ চক্ৰত,

মহা বিপ্লৱৰ স্ৰোত আহিছে আহিছে
ভগ্ন কৰি ঘোৰ ৰৱে
অবিচাৰ অনাচাৰ যত।
খাণ্ডৱ দাহৰ দৰে দহিব সকলো
নাই ৰক্ষা কাৰো ৰক্ষা নাই,
মৃত্যুৰ কোবাল পাকত
অবিচাৰী অনাচাৰী পাবগৈ ঠাই।

অন্ধকাৰ ৰাতিৰ পাচত,
আহিব আকৌ ঘূৰি
পোহৰৰ সোণালী প্লাৱন,
ভয়ৰ ভৈৰৱ ছন্দত
সৌন্দৰ্যৰ নিটোল নৰ্তন।

মৃত্যুৰ ভীষণ কূপত—
অমৃতৰ মিলিব সন্ধান,
গৰলৰ বিষাক্ত সোঁতত
উঠিব উঠিব ভাঁহি
অমৃতৰ মৃত্যুহীন প্ৰাণ।।
পাপ যুগ— সভ্যতাৰ ক্লীৱময় যুগ অৱসান,
সত্যৰ আলোকপাতে সৌন্দৰ্যৰ নতুন বিধান।।■

ৰচনাকাল-২৬/১/৩৫



## গান

কাৰ কান্দোনত স্বৰগ ভাগি
বৰজ পৰে গিৰিঙ্গাই,
ৰায়ত আজি পেটৰ ভোকত ফুৰে চোৱা কল্‌মলাই।
হাল বাওঁতে ভাদ মাহত
মহ ডাঁহৰ কামোৰ খাই,
মেলেৰীয়াত হাড় পেলালে দৰৱ বিনে জীৱন যায়।

ফুৰা তুমি মটৰ ঘেলাই
কটপ্ কটপ্ জোতাই গায়,
জাৰত কাপোৰ নাপাই হালোৱা কঁপি কঁপি দিন কটায়।
বৰষুণত তিতি তিতি
মাটি কাটি বনুৱাই,
চাহৰ তলিত জীৱন দিলে আন্ধাৰ ঘৰত দিন কটায়।

ধৰ্মৰ নামত ভণ্ডামি বোৰ
পাণ্ডা গিৰি অধৰ্মৰ,
চোৱা চুই ভকতত‍কৈ কপটিবোৰ ভণ্ড বৰ।
সাচ্ছা মালিক ভোকত মৰে,
কাচ্ছা মালিক দুগুণ খায়
দেশৰ মালিক শ্ৰমিক কৃষক, মাটিৰ মালিক হালোৱাই।।■

ৰচনাকাল-৩/২/৩৫

## গান

উঠ খেতিয়ক নাঙল চলা
লগাই দে ভাই গণ্ডগোল,
নতুন যুগৰ বাবুক দেখি
ফাকত পৰি নকৰ ভুল। উঠ খেতিয়ক.......
ভাষা জ্ঞানী ভদ্র লোকৰ
কথাৰ কম্‌তি নাপাৱ তই,
গোলামিত ভাই পাকৈত ইহঁত
দহ টকাতে বাবু হয়। উঠ খেতিয়ক......
চহ অ' ভাই চহা মাটি
মাটিয়ে খাটি বুজি লৈ তই,
মাটিত থাক তই মৰি মুজি
স্বাধীন ভাৱে নাঙল লৈ। উঠ খেতিয়ক.....
দেশৰ মালিক চহাবোৰেই
ইহঁতৰ কথা নহয় ভাই,
* শামুক ভঙ্গা নহয় মালিক,
চৰি ফুৰে লোকৰ খাই। উঠ খেতিয়ক
প্ৰণমো ভাই দুঃখী কৃষক
প্ৰহ্লাদ ৰূপী অৱতাৰ,
অনাহাৰত চহায় মাটি
শস্য দিয়ে ভাৱে ভাৱে। উঠ খেতিয়ক........■

---

* বৰ টোকোলাৰ দৰে এবিধ চৰাই।

ৰচনাকাল-১৩/৫/৩৫



## বিহাৰ-কোৰেটা

শুন শুন তই অতি অবিচাৰী, শুন দাম্ভিক নৰ
পৃথিৱীৰ বুকুত সাজিলৈ ঘৰ নিজকে ভাবিলি বৰ।
ভাৱিছিলি তই তোৰ সম নাই সকলোৰে তই বৰ,
সেই অভিমানে গঢ়িলি প্ৰাসাদ, দুনিয়াক নকৰ ডৰ,
নিৰ্জীৱ নোহে, নীৰৱে সহিলে আই বসুমতী মোৰ,
সজীৱ জননী নিৰ্জীৱ বেশে বহুতো ক্ষমিলে তোৰ।
অৱশেষে আই গোপনে গোপনে,
তপতাই হিয়া সঞ্চিত কৰি বল,
দেখুৱালে ভাঙি অভিমানে গঢ়া,
প্ৰাসাদ শিৰ, কৰিলে দম্ভ অতল তল।

ক'ত গল তোৰ গৱেষণাগাৰ— ক'ত গৱেষণা তোৰ?
নিমিষে উৰালে দম্ভালি তোৰ, পতিতা জননী মোৰ।
পৃথিৱীৰ যত ক্ষমতা দৰ্পী অতি অভিমানী নৰ,
মানৱ বুকুৰ সজীৱ থাপনা গৰকি ভাঙিছে,
নিজকে ভাৱিছে বৰ।
উঠিব এদিন ভীম কল্লোলে হিল দ'ল ভাঙি,
অবিৰল কম্পন,
বিহাৰ-কোৰেটা সংহাৰ লীলা, ঘোৰ নাদে ধ্বংসন।

নাভাৱবি তই দাম্ভিক জীৱ মানৱ অত্যাচাৰী,
আহিব এদিন মৃত্যু তিথি তোৰ জগত সংহাৰ কৰি।
সেই দিনা তোৰ নহ'ব নিস্তাৰ, ভাবি চা শেষ দিন তোৰ,
দুনিয়া কঁপিব, প্ৰাসাদ ফাটিব, ভাঙি হ'ব চুৰমাৰ।
তোৰ প্ৰাসাদেই চেপা তোক মাৰিব চূৰ্ণ কৰি,
পৃথিৱীত তোৰ দিন অৱসান, সাজু হ অত্যাচাৰী।■

ৰচনাকাল-৫/৬/৩৫

# ধুমুহা

অন্ধকাৰৰ গভীৰ গুহাত
পথ আছে তোৰ ৰুদ্ধ হৈ,
বদ্ধ কাৰাত লুপ্ত চেতন
হৈ অচেতন বন্দী তই।
গভীৰ কূপত মন আছে তোৰ
গণ্ডীবদ্ধ পঙ্গু জীৱ,
ৰুদ্ধ বতাহ কেৱল হতাশ
বন্দী যদি তই মুক্ত শিৱ।

জাগ তেনে তই প্ৰলয় তৰুণ
অৰুণ বৰণ যুৱক দল,
ৰক্ত পাগল মত্ত মাতাল
কঁপাই পাতাল ক্ৰুদ্ধ ৰোল।

প্ৰলয় নাচোন নাচ অ' তৰুণ
সবুজ ৰঙীন যাত্ৰী দল,
বুকুৰ খুনেৰে লাল কৰি ল
কঁপক জগত হেন্দোল দোল।
শুন বাজে সৌ মুক্তি বংশী
শক্তি পূজাৰ শঙ্খ ৰোল,
ভয় কি আছে দুখ কিহৰ
মুক্তিকামী ভক্ত বোল।
গৰ্জনত তই কঁপাই আকাশ
বতাহ দিবি ৰুদ্ধ কৈ,
লক্ষ বুকুৰ অগ্নি শিখাই
প্ৰদীপ মালা জ্বলাই লৈ।
হুহুচিয়াৰ নাই পৰোৱায়
কিহৰ মৃত্যু কিহৰ ভয়?



অসত্যক তই জ্বলাই নিবি
মিথ্যা দিবি লুপ্ত কৈ।
সুধা মথি বিহ ল'বি তই
আকণ্ঠ ল গৰল খাই,
নীলকণ্ঠ হৈ ভাং ধুতুৰা
পান কৰি দে বিহ উৰাই।।
আহ ৰে পাগল আপোন ভোলা
বান্ধোন ছিঙাৰ সময় হ'ল,
ব'ল উৰি ব'ল বিশ্ব জুৰি
মুক্তি গানৰ তুলি দে ঢল।।■

ৰচনাকাল-২৫/৮/৩৫

## পতাকা সঙ্গীত

সৌ নীল অম্বৰ চুমি          মহা উল্লাসে গগন বিদাৰি
জাতীয় পতাকা উৰিছে।
গৈৰিক শুভ্ৰ শ্যামল          উজ্জ্বল ঝল মল
ভাৰত ভাগ্য ৰবি উদিছে।
কোটি কণ্ঠ মিলিত          — ঐক্য তানে—
বন্দিত নন্দিত জন গণে
শ্ৰদ্ধা— অৰ্ঘ্য যাচিছে।
স্নাতপূত ত্যাগ মন্ত্ৰে          ত্ৰিবৰ্ণ ৰঞ্জিত
ভাৰত ভাগ্য নিয়ন্তা
দেশ দেশান্তৰে          প্ৰান্তৰে কান্তাৰে
যশ গীতি গান তব ধ্বনিছে।।■

ৰচনাকাল-২০/১১/৩৫



## যাত্ৰী

বাট তোৰ পৰা নাই ওৰ—
আন্ধাৰৰ দুৰ্যোগ ৰাতিত,
শিলা বৃষ্টি ধুমুহাৰ মাজে,
যাত্ৰা তই কৰিবি নিৰলে,
লক্ষ্য কৰি সীমাহীন প্ৰান্তৰ সুদূৰ।
স্বাধীনতা যাত্ৰী তই,
ভয় কি বন্ধু মোৰ— নাই ভয় তোৰ—
অজস্ৰ বিপদ ভেদি,
ছেদি শত্ৰু জাল,
যাত্ৰা হ'ব তোৰ।
পৰাজয় নোশোভে আমাৰ—
বাৰম্বাৰ শত শত বাৰ.......
পৰাজয় হওঁ যদি আমি
মৃত্যুক প্ৰেয়সীৰূপে চুমি,
কৰিব লাগিব যাত্ৰা—
আকৌ আকৌ আমি— পুনু বাৰ বাৰ—
বন্ধু মোৰ..........................
অভিশাপ পাথেয় তোমাৰ,
তাত বাজে বন্ধু তুমি
পাবা লগ কাৰ?..........
সি যে লগৰীয়া পথৰ লগৰী—
প্ৰতিজ্ঞাত দিব টানি কঠোৰ বান্ধনি।
শান্তি? সুখ??
ই তো বিলাসিতা।.............
আৰামৰ— ক্লীৱতাৰ লক্ষণ মাথোন।
নাপাবা নাপাবা তাত,
জীৱনৰ যৌৱন স্পন্দন,
আত্ম বিলাস মাথো,

সান্ত্বনা নিজৰ।
জগতৰ দুৰ্ভিক্ষতা........
যত পাপ— যত অনাচাৰ,.........
অনাহাৰ— অবিচাৰ........
সকলোৰে ধ্বংস হেতু তোৰ অভিমান।
কি ভাবিছ তই?
অভিনন্দন?
দিব কোনে? দিব কোনে তোক?
আৰামত যিসকল আছে স্ফূৰ্তি লৈ?
দুঃখ— বিপদ— ঝাঞ্ঝা............
অন্যায়—অনাচাৰ ইয়াৰ মাজতে,
পাবি তই প্ৰাণৰ স্পন্দন,
জীৱনৰ তৰল তৰঙ্গ ছন্দ
পাৰ ভঙা সপোন—সুন্দৰ!
তোৰ এই বলিষ্ঠ বাহুত,
আছে তড়িতৰ শক্তি—
তাৰ বলে যাবি অগ্ৰসৰি,..........
পিচলে যদি তোৰ ভৰি—
মূহূৰ্ততে যাবি চূৰ্ণ হৈ—
জীৱনৰ লয়তেই জীৱনৰ জয়-
হ'ব বন্ধু মোৰ চিৰ দিনলৈ।■

ৰচনাকাল-২৫/১১/৩৫



## নৱ দৃষ্টিৰ সৃষ্টি

সাত বছৰৰ আগৰ কথা,
কিজানি কি আছিল তিথি কি বাৰ,
নাই আজি মোৰ মনত একোৱে
মাথো স্মৃতি কথা সোঁৱৰো তাৰ।
সেই দিনা ঊষা স্নিগ্ধ ধূসৰ,
শান্তোজ্জ্বল লহৰ তুলি
গভীৰ ৰাতিৰ বুকু উদঙাই
দিনৰ ৰথত তুলিলে ভৰি।
সেই সময়তে প্ৰাতঃ ভ্ৰমণ
কৰিবৰ মনে ওলালো মই,
খোজ ললোঁ ধীৰে ৰাজপথ ধৰি
উলাহে আৱেগে মত্ত হৈ।
হঠাৎ আগত পৰিল আহি
মেথৰৰ গাড়ী বিষ্ঠা লৈ,
লগৰীয়া এটি বাল্টি মূৰত
ঢালি দিয়ে গু গাড়ীত গৈ।
ভাবিলো মনত আজি পুৱা মোৰ
অতি অমঙ্গল—বিফল হ'ল,
পুৱাতে উঠি দেখিলো মেথৰ
বীভৎস দৃশ্য চকুত ৰ'ল।
ঘৃণা ভৰে মই উলটি ঘৰত
গা পা ধুই পবিত্ৰ হৈ,
ভাগৱত গীতা খুলি লৈ আগত,
পঢ়িলো অতীৱ হেঁপাহ কৈ।

*   *   *

সাত বছৰৰ পাচৰ কথা—
পোষ্কৰ আঘোণ, শুকুৰবাৰ,

হাস্পাতালত পৰি আছে হায়।
জনম দাত্ৰী জননী মোৰ।
আজিও পুৱাত উষা ৰঙ্গিণী,
ধূসৰ বেশৰ সাজটি লৈ
ৰঙা সূৰুযৰ সোণালী ৰথত
নৱ প্ৰভাতৰ গালেহি জয়।
দেখিলো মেথৰ টিং লৈ আহি
পায়খানা চাফ্ কৰিছে ৰৈ,
অলপ পাচতে নিলে আহি মোৰ
জননীয়ে এৰা বিষ্ঠা গৈ।
জননীৰ দৰে সহিষ্ণু অটল
ঘৃণা বা কুণ্ঠা অকণো নাই,
নীৰৱে কেৱল সেৱা কৰি যায়,
প্ৰতিদান তাৰ অৱজ্ঞা— পায়।
আজিহে দেখিলোঁ ধন্য প্ৰেমিক
মানুহ জাতিৰ সুহৃদ মই,
ত্যাগৰ উদাৰ নিষ্কমা ধৰমী,
বিশ্ব বন্ধু মেথৰ ভাই।
ধিক্ মোৰ ধিক্ বৃথা অভিমান,
ডাঙৰ ভেমৰ মূল্য নাই,
সেৱাৰ দ্বাৰাই ডাঙৰ মানৱ
সেৱাৰ দ্বাৰাই মহান হয়।
মূৰ্খ সিজন- টকাৰ দ্বাৰাই
. মেথৰ খটাও যিজনে কয়,
সেৱাৰ কি কোনো মূল্য নাই তাৰ?
টকাতেই ঋণ মুকলি হয়?
আজি মোৰ চকুত দিব্য দৃষ্টি-
নতুন সৃষ্টিৰ পোহৰ লৈ,
বুজিব পাৰিলোঁ— জননীৰ দৰে,
সহিষ্ণু মোৰ মেথৰ ভাই।
ডাঙৰ ভৰাত মত্ত যিজন



ভৰাৰ মূল্য নিদিও মই,
গীতা পাঠ তাৰ বৃথাই যাব
অন্তৰ যাৰ পৱিত্ৰ নাই।
আজি মোৰ মনত হ'ল মহা ভাৱ,
মেথৰ 'সাজ' পুণ্য কাজ,
গীতা নপঢ়ি লাঞ্ছনা সহি
মেথৰৰ কাজেই গীতাৰ 'সাজ'
আজি ই প্ৰভাত অতি উজ্জ্বল।
স্নিগ্ধ সমীৰ ধীৰেৰে বয়,
ধন্য হ'লোঁ মই পুৰ্ণ হ'লোঁ মই,
নৱ দেৱতাৰ দৰ্শন পায়।
সকলো অন্তৰ জাগি উঠি মোৰ
প্ৰাণৰ দেৱতাৰ ধ্বনিছে জয়
শান্ত স্নিগ্ধ সূৰ্য কৰোজ্জ্বল
মহামানৱৰ মহিমা গায়।
জগতৰ বুকুত যত অসুন্দৰ,
দৃষ্টিৰ অভাৱতে সৃষ্টি হয়,
আজি হ'ল মোৰ নতুন জনম,
নৱ দৃষ্টিৰ সৃষ্টি লৈ।
যিদিনা আমাৰ দৃষ্টিৰ ভঙ্গিমা
পৰিবৰ্তিব নতুন কৈ,
সেই দিনা হ'ব বিশ্বৰ বুকুত
অসুন্দৰ সৃষ্টি লয়।
কাহানি আহিব মানৱ জাতিৰ,
দিব্যদৃষ্টি নতুন কৈ,
'সত্যং— শিৱং— সুন্দৰমে'
নৱ পাতনিৰে নতুন হৈ।
সেই দিনা হ'ব সকলো বিশ্ব
পুণ্য স্নানত পুতময়
চৌদিশে জুৰি শঙ্খধ্বনিৰে
নৱ সৃষ্টিৰ ঘোষিব জয়।■

ৰচনাকাল ঃ ১৭ আঘোণ ১৮৫৭ শক

## মহা বলিদান

(আজি) পুণ্য দিন অসমৰ      মহা ঋষি ভাৰতৰ
মহাযজ্ঞ—হোতা মহীয়ান—
তেওঁৰেই পদস্পর্শে      বৰপেটা মহা হর্ষে
বঢ়ালেহি গান্ধীজীক মান।
সকলোৰে অন্তৰত      সকলোৰে হৃদয়ত
আহে আজি মহা ভাৱ হর্ষফুল্ল ময়
হৰিজন দীনবন্ধু      মানৱ জাতিৰ বন্ধু,
গালে সবে 'মহাত্মাৰ জয়'।
অলপ পাচতে গৈ      বৰপেটা সত্ৰৰ হৈ
এজনে কৰিলে ভেট গান্ধীৰ লগত,
"বৰপেটা সত্ৰধাম      আছে বহু পুণ্য নাম,
দেখা দিয়া যদি তুমি সত্ৰৰ মাজত
ক'লে হাঁহি মহাত্মাই      'যাব খোজোঁ তাত মই,
কিন্তু আছে তাতে এটি কাম,
ক'বাগৈ প্ৰভুক তোমাৰ      শুনি হর্ষ বার্তা মোৰ
কিন্তু মই হৰিজন সবান্ধৱে যাম'।
অলপ পাচতে তাৰ পালে সমিধান,
"হৰিজন 'হীনজন' নাই তাৰ স্থান"
ক'লে পুনু মহাত্মাই,      'ময়ো হৰিজন ভাই
অস্পৃশ্য বন্ধুৰ সতে মোৰ সমস্থান।"
হায় গুৰু শ্ৰীশঙ্কৰ!      হায় গুৰু মাধৱদেৱ!
চোৱা আহি সোণৰ অসম,
তোমাৰ অভেদ নীতি      ভেদৰূপে পৰিণতি,
ঘৃণাতেই ৰ'ল ধৰ্ম নাম।
কুকুৰ শৃগাল ক'ত      মানৱ দলিত যত,
কোনে দেখে 'গৰ্দভক পূৰ্ণ আত্মা ৰাম'?
গাৰো ভোট যৱন আজি      অস্পৃশ্য বেশেৰে সাজি
মন্দিৰৰ বাহিৰত জপে ৰাম নাম।



তোমাৰ সি উদাৰ মত,      তোমাৰ সেৱাৰ ভাৱ
তৱ বিশ্ব—প্ৰেম অনুপম—
সকলোৰে গ'ল উটি      ঘৃণাতেই ৰ'ল মাথো
সংকীৰ্ণ গণ্ডীত বদ্ধ তৱ পুণ্য ধাম।
যি মন্দিৰ স্থাপিলা তুমি, বিশ্বৰ পূজাৰ হেতু,
মহা বিশ্ব প্ৰেমিকৰ নাই তাত স্থান,
মহামানৱ মহাত্মাৰ,      যশ গীতি ঘোষে যাৰ,
সেই ভক্ত হ'ল বলিদান।■

ৰচনাকাল-১/১২/৩৫

## অভিযান

অভিযান— অভিযান— যৌৱনৰ তীৰ্থ যাত্ৰী মই
বিপদক লক্ষ্য কৰি
মোৰ অভিযান............।
কোন ক'ত আছা তীৰ্থ যাত্ৰী—
শেষ হ'ল— গভীৰ কালিমা ৰাতি,
ভয় নাই আগুৱান..........!
অভিযান— অভিযান— ।
মুক্তি সোণালী স্বপ্ন ৰেখা—
দিগ দিগন্তে যায় দেখা
গগনে পৱনে প্ৰচাৰে সঘনে
নৱ যাত্ৰীৰ গান!
অভিযান—অভিযান— ।
বাৰ্ধক্যৰ জৰাজীৰ্ণ —
ক্লান্ত ধৰা ছিন্ন ভিন্ন
আমাৰ চকুত উতলে নতুন—
নৱ ৰুদ্ৰৰ বান
—অভিযান— অভিযান।
ভয় নাই ভয় নাই মৰণ সুধা পান কৰি লৈ
ভয় নাই— ভয় নাই।
ওলাম আমি ওলাম আকৌ নৱ অভিযান লৈ
ভয় নাই—ভয় নাই।
বন্ধ্যাতো নহয় আমাৰ মাতা—
জন্ম দিব— নৱ নৱ হোতা
নতুন নতুন কৈ
ভয় নাই— ভয় নাই
ক্লীৱতাৰ নাই স্থান- আমিয়ে ৰচিব লাগিব
নৱ যাত্ৰীৰ গান—
নতুন কণ্ঠে ধ্বনিত কৰি নৱ—সুৰ—লয়—মান।



অভিযান— অভিযান।
শেষ হ'ল মোৰ গান
অভিযান— অভিযান
পাহাৰ পৰ্বত জুৰি—জান নৈ,
মৰুভূমিৰ তপ্ত অগ্নিবাণ
ভেদ কৰি মই চলাম অভিযান!
অভিযান— অভিযান!!■

ৰচনাকাল-৫/১২/৩৫

## মহাপ্ৰলয়

নাচা নাচা নাচা ৰুদ্ৰ দেৱতা প্ৰলয় নৃত্য ধ্বংসৰাজ
মহা হুঙ্কাৰে উঠা হুঙ্কাৰি
কৰচি কৰচি গাজক বাজ।
গুৰু গুৰু গুৰু গুম্ গুম্ গুম্
কড়্ কড়্ কড়্ গিৰিং ৰিং
নিত্য লালসে হিল্লোলি উঠ
বাগৰি পৰক পৰ্বত টিং।
উথলি উঠক ফেনে ফোটোকাৰে
নাচি তৰঙ্গ তাথৈ থৈ
ছ্ন্ ছ্ন্ ছ্ন্ বন্ বন্ বন্ ঝন্ ঝন্ ঝন্ ধুমুহা লৈ।
দমকি দমকি চমকি চমকি চকিত চমকি বিদ্যুতে,
জ্বলাই তোলক বিশ্ব ভুৱন—
দপ্ দপ্ কৰি পলকে।
ফাল পৃথিৱীৰ বুকু ফাল ফাল
লক্ লক্ লক্ ভীম ভয়াল-
উল্কা— ঊৰ্মি— বাঞ্চা— ধুমুহা প্ৰলয়— প্লাৱন মৃত্যু কাল
নাচা ৰুদ্ৰ- প্ৰকৃতি বুকুত মৃত্যু ত্ৰিশূল ৰক্ত খড়গ
চকমকি চক্ মক্
লক্ লক্ লক্ নাচা চামুণ্ডা কঁপক পৃথিৱী
ঠক্ ঠকা ঠক্— ঠক ঠক।
চৰণ আঘাতে যক খহি— যক চন্দ্ৰ সূৰ্য গ্ৰহ তৰা,
ডুবক বুৰক— দ্যুলোক ভূলোক
গোলোক স্বৰ্গ স্থল,
চূৰ্ণিত হৈ যক গুড়ি হৈ
নিখিল অখিল আকাশ তল।
নাচা নাচা নাচা, নাচা ৰুদ্ৰানী
চলক প্ৰলয় আৱহ কাল
অবিচ্ছেদ তৱ নৰ্তন লীলা
অযুত অসীম অন্তকাল—।।■ ৰচনাকাল-১৮/১২/৩৫



## কাঠ মিস্ত্ৰীৰ ঘৰ

ৰাণ্ডাৰ হেঁচা কচ্ কচা কচ্
ঝাণ্ডাৰ দৰে উৰে পট্ পট্
আজাৰ, শিমলু, শাল, শিঙৰিক
দিয়ে ৰূপ মনোহৰ।
কাঠ মিস্ত্ৰীৰ ঘৰ।
নিৰস কঠিন বেঁকা—বেঁকি কাঠ
বটালি খুন্দাত উঠে জাঁত জাঁত
ৰূপৰ জপনা মেল খাই উঠে
পাই ৰূপ মনোহৰ
কাঠ মিস্ত্ৰীৰ ঘৰ।
টপাটপ পৰে কপালৰ ঘাম
ফেন যায় যায় নাই বিশ্ৰাম
দিন নাই জিৰাবৰ,
কাঠ মিস্ত্ৰীৰ ঘৰ।
জমি থাকে থাক, সাজে জাকে জাক
প্ৰৱাল দ্বীপৰ শৃঙ্খৰ দৰে
আচবাবে ভৰে ঘৰ;
কাঠ মিস্ত্ৰীৰ ঘৰ।
টেবুল, চেয়াৰ, আলনা, ড্ৰয়াৰ
সাজে আলমাৰি টিপয় চাহৰ
শত ভঙ্গিত নৱ ৰূপান্বিত
ৰূপ লয় মনোহৰ
কাঠ মিস্ত্ৰীৰ ঘৰ।
বিশ্বৰ যত কৰ্মীৰ দল
তেজ ঢালি গঢ়ে প্ৰাসাদ উজ্বল
মায়াপুৰী মানৱৰ;
কাঠ মিস্ত্ৰীৰ ঘৰ।
হাঁয় হতভগা থাকে আন্ধাৰত
বিশ্বশিল্পী মহা বিশ্বৰ

কৰে হাহাকাৰ বিলয় বিকাৰ
প্ৰতিদান নাই কৰ্মৰ
কাঠ মিস্ত্ৰীৰ ঘৰ।
বিলাসীৰ দল আৰামী চকীত
গা ঢালি গাই প্ৰেমৰ সঙ্গীত
মিলনৰ বিৰহৰ—
কাঠ মিস্ত্ৰীৰ ঘৰ।
লাখ মানুহৰ বাহুৰ কৰ্ম
কাঢ়ি গঢ়ি তোলে প্ৰাসাদ হৰ্ম্য,
হয় ডাঙৰীয়া উদাৰ মহৎ
বৰনেতা সমাজৰ
কাঠ মিস্ত্ৰীৰ ঘৰ।
উঠা মিস্ত্ৰী, কঁহাৰ, কমাৰ
আন্ধাৰৰ শেষ আহিল তোমাৰ
লোৱা অধিকাৰ নিজ বাহুবলে
নিজে কৰা কৰ্মৰ,
কাঠ মিস্ত্ৰীৰ ঘৰ।■

ৰচনাকাল-১৯৩৫



## জয়া মৰা নাই

জয়া মৰা নাই মৰি যোৱা নাই
ৰাঙলী তেজৰ আভা—
জয়াৰ কাহিনী কথা এতিয়াও শেষ হোৱা নাই।
আকাশৰ ৰঙা মেঘ
পৃথিৱীৰ ৰঙা মাটি
পূবৰ সূৰুয ৰঙা
জেৰেঙাৰ লাল সুঁতি
এতিয়াও শেষ হোৱা নাই
এতিয়াও জয়া মৰা নাই।
জয় সাগৰৰ ঢৌৰে
এতিয়াও খলক লগাই
দৌলত বতাহ লাগি
ৰিঙিয়াই মাতি মাতি কয়—
পশুবল শেষ হোৱা নাই
শ্বহীদৰ খুন নুশুকায়।
অবিচাৰ চিৰকাল মাথা নত কৰি
পৃথিৱীৰ কাহিনী বঢ়ায়—
আজিও আহিছে সেই ফেছিষ্ট দানৱ
হিট্‌লাৰ নৰপশু দল
ৰাচিয়াত আগবাঢ়ি যাব
ভাঙি দিয়ে সোণৰ ফচল
ইউক্ৰেন ভেদ কৰি যায়
মস্কোৰ দুৱাৰত গৈ
বাৰে বাৰে খুন্দিয়াই মৰে
গৰ্জনত মেদিনী কঁপাই।
জয়া! কস্মদমিনাচ্ স্কায়া স্কুলৰ জীয়ৰী
বাঢ়িছিল ৰূপে ৰসে আপোন ৰঙত
দেখিছিল ভৱিষ্যৎ সোণৰ সপোন।

ভাগি গ'ল সোণৰ সপোন
ছিগি গ'ল বীণাটিৰ তাঁৰ
প্ৰাণে প্ৰাণে ঝঙ্কাৰিলে
ৰুদ্ৰ দীপ্ত প্ৰলয় টঙ্কাৰ
ক্ষমা, দয়া, মায়া নাই
অগ্নি গঢ়া বিহ উগৰাই।
উৰাই জ্বলাই পুৰি দিম দেই পুৰি
পণ লয় "তানিয়া জয়াই।"
আমাৰ যি ভাষা হ'ব
সেই ভাষা কেঁৱে শুনা নাই
আমাৰ যি গান হ'ব
সেই গান কেঁৱে গোৱা নাই
আমাৰ যি ৰোষ হ'ব
তেনে বহ্নি কেঁৱে দেখা নাই।
এই গান নব জীৱনৰ
এই ভাষা নতুন দিনৰ
এই জুয়ে পৃথিৱীক পুৰি নিব ধুই নিব
পৃথিৱী উটাই।
জয়াই প্ৰতিজ্ঞা বান্ধে মুঠি বান্ধি
আকাশলৈ চাই।
পেট্ৰিচ চব গৰিলাৰ দল
জয়াৰ বাণীৰে যুঁজে
দেশ—শত্ৰু কৰিব বিকল।
হাবি—বননিৰ মাজে
বৰফৰ স্তূপত বগাই
ঝৰৰ গতিত চলে
গৰিলাই জয় গান গায়।

হঠাৎ পৰিল ধৰা
সিংহিনী কৰিলে বন্দী জালৰ মাজত
গৰ্জনত মেদিনী কঁপাই।



নাট্‌চিৰ মাথা হয় নত
চাবুক চমতা চলে
বৰফত বাগৰি শুৱাই
কোন আছে ক'ত লগৰীয়া-
বাঢ়ি যাব নহ'লে বিলই।

জয়াই বোৱাই দিয়ে
নাট্‌চিৰ মুখলৈ চাই
ঘৃণা আৰু অভিশাপ সনা
অগ্নি দৃষ্টি নাট্‌চিৰে পায়।
মুকলি ফাঁচিৰ মঞ্চ
লোকে ভৰপূৰ
নিজে জয়া ধীৰে উঠি যায়
বন্ধুগণ, বীৰগণ, ৰাছিয়াৰ বনুৱা কৃষক
ভয় নাই যুঁজা আৰু মৰা
অৱশেষে আমাৰেই জয়।
ষ্টেলিন কাষত আছে
বিপদত সহায় আমাৰ
জয় হ'ব ৰাছিয়াৰ, জয় হ'ব বিজয়ী সেনাৰ।
ফাঁচিৰ জৰিত পৰে টান
বীৰবালাই প্ৰাণ এৰে
ৰাখি থৈ আদৰ্শ মহান।
সেয়েতো আজিও গাওঁ জয়া মৰা নাই
যুগে যুগে জয়া আহি
জেৰেঙাত তেজেৰে বোলাই।
এই জয়া আৰু সেই জয়া,
পৃথিৱীত ছাব ৰাখি যায়।
তাকেই আগত ৰাখি দুৰ্বল মানুহ
জীৱনত ধাউতি জগায়।।■

ৰচনাকাল-১৯৪৩

## কবিতা ( কপিলীৰ বানে আহে সৌ)

কপিলীৰ বানে আহে সৌ, ক্রুদ্ধ দেৱতাৰ প্ৰলয় গান।
সত্য দত্তৰ নিৰ্মম ৰূপ, আহি জগতক কৰিব ত্ৰাণ।
মৃত্যু তৰংগ উথলি উঠিছে, মহাপাপ নিব উটুৱাই
ভীষণ ভয়াল ৰুদ্ৰ দেৱতাৰ সাম্য-মন্ত্ৰ, আহিছে গায়।
সৌ উটে উটে বিলাসী ধনীৰ বিলাসৰ যত আভৰণ।
অট্টালিকা সৌ যায় উটি যায়, থৈয়া-নথৈয়া চলিছে ৰণ।
দিন উটে সৌ, ভিকহু টোকাৰী উচ্চ-নীচ জাত সকলো যায়
বাম্ভোন চণ্ডালা ওপঙে পানীত কাৰোৱেই একোতে ৰক্ষা নাই।
ৰুদ্ৰদণ্ড গৰ্জ্জে প্ৰলয়ে, অত্যাচাৰীৰ পৰিব শেষ
দিনমজুৰি ৰাজাপদৰ পিন্ধিব লাগিব একেটা বেশ।
ধনীৰ ধানৰ নামানিলে বান্ধ, উচ্চ জমিৰ ভেমেৰে হায়
যায় উটি যায়, সকলো ভাঁহিছে, সাম্য দেৱতাৰ স্তোত্ৰ গায়।

হেজাৰ যুগৰ গছকি গৰকা
উঠে মূৰ দাঙি পৰোৱা নাই।
মৃত্যুৰ পাছত আহিব জীৱন
সত্যৰ জুইত সোণালী হৈ।
নেবান্ধিলে ভাল, আশা ভুৱ হেৰা
নোৱাৰা তুলিব অকলে ধন
একেটা বেশেৰে ভাঁহিব লাগিব কৰিলে কি হ'ব ডাঙৰ মন।

কাৰো ক্ষমা নাই, নাই নিস্তাৰ
গৰজিছে দূৰত মৃত্যু জুই
মান—অভিমান নিন্দা—গ্লানি, সকলো কৰিব ভস্ম ছাই।

সত্যৰ জয় উঠে দিকে দিকে, শান্তি শান্তিময়।
পুণ্য বন্তি জ্বলিছে শান্তিৰ ধন্য পুণ্য সাম্যৰ জয়।



## কবিতা (কি ভাবিছ কি গুনিছ)

কি ভাবিছ কি গুনিছ কিহৰ নিছাত আছা ভাই
তৰুণ যুৱক ৰক্তবীজৰ বংশধৰ
সৰ্বগ্ৰাসী তোক
ভোকৰ তেজত
মুঠ বান্ধি
চেলাপতি জোকৰ দৰে
ৰজা নহয় কচাই ইহঁত প্ৰাণত দয়া—মায়া নাই
মৰা শৰো ছাল বখলিয়াই তস্কৰ বাৰীত দবা বায়।

দেখা যত দেশৰ নেতা জাপ দিয়েগৈ সভাত ভাই
বুকুৰ কথা নকয় ইহঁতে মুখৰ কথা সজাই কয়।■

(কবিতাটোৰ নামকৰণ কবিৰ হস্তাক্ষৰ থকা পাণ্ডুলিপিত পোৱা গৈছে।—সম্পাদক।)

# কবিতা (মই গাওঁ স্বাধীনতাৰ গান)

মই গাওঁ স্বাধীনতাৰ গান
মোৰ গানত ধ্বনি জাগি উঠে
তৰুণৰ প্ৰাণৰ শিখাত বাজি উঠে
বজ্ৰ ধ্বনি অগ্নিপুঞ্জ ৰক্ত অভিযান।
মই ভাল পাওঁ তৰুণ—তৰুণী বালা
বক্ষত জাগিছে যাৰ প্ৰেম–প্ৰীতি
ধ্বংস মৃত্যু বিদ্ৰোহৰ জ্বালা।

মই ঈশ্বৰ নকৰো ভয়
মোৰ ৰথৰ আগত উৰে বিজয় নিচান
চয়তানী বিধান দিয়া আদিম যুগৰ
সেই বৃদ্ধ ভগৱান গছকি গৰকা মাৰি
ল'ম তাৰ প্ৰাণ.................. ।■



# অপেক্ষা কৰা, আহিব ধৰিছোঁ

অপেক্ষা কৰা
মই আহিব ধৰিছোঁ
তোমাৰ দম্ভ
অহঙ্কাৰ
অত্যাচাৰ
স্তব্ধ কৰিবৰ বাবে।

হে দাম্ভিক —অত্যাচাৰীৰ লগৰীয়া
তুমি পাহৰি গ'লা
পাহৰি পেলালা
এদিন তুমিও
জনতাৰ, সংগ্ৰামৰ
লগৰীয়া আছিলা।

আজি তুমি ক্ষমতাৰ গৰ্বত অন্ধ
ধনৰ লোভত
বিলাসৰ পঙ্কিল পলশত সুপ্ত।

মই মৰা নাই—
মোৰ স'তে অনেক আছে—
আমি মৰা নাই
মৰিব নোৱাৰোঁ।

বাৰে বাৰে যুগে যুগে—
মই আহো
আমি আহো
আমি (আমালোকে) জুই জ্বলাই
আৰ্বজনাক শেষ কৰোঁ।।■
ৰচনাকাল-৯/৫/৭০

# জীৱন বৰ্ম

অনেক যুদ্ধ ক্লান্তিৰে ভৰা
অলেখ দুখৰ ৰাতি
শেহ কিন্তু- হোৱা নাই শেষ
অন্ধকাৰৰ গতি।
শত সৰ্পিল অৰ্থ লালসা
তমসা অন্ধকাৰ
জন-জীৱনক মেৰিয়াই ধৰি
অকথ্য হাহাকাৰ
মুক্তি যুঁজাৰো টোপনিত আজি
আৰামৰ শয্যা লৈ
ত্যাগৰ শৰাইত, ভোগৰ আৰতি
জনতাক আশাত থৈ।
জ্বলোৱা শয্যা
লজ্জা এই বিশ্ৰাম
সংগ্ৰাম হওক জীৱন বৰ্ম
বিপ্লৱ তাৰ নাম।■

ৰচনাকাল-৮/৫/৭০



# ৰাতিপুৱালে

পুৱালে ৰাতি
উঠিছে সূৰ্য
জাগিছে জীৱন
বাজিছে তূৰ্য্য
বীৰ্জবাণৰ নতুন পৃথিবী
কৰিছে সৃষ্টি নতুন গঢ়া
কাটিছে আন্ধাৰ
আহিছে জোঁৱাৰ
অত্যাচাৰৰ খহিছে পাহাৰ
নতুন পৃথিৱী
তোমাৰ আমাৰ
ৰিক্ত
নিস্ব
সৰ্বহাৰাৰ।
পৰভোজি সৌ
শিয়ালৰ দল
তুলিছে ৰাউচি
গ'ল গ'ল গ'ল
তাৰ লগে লগে
ফেউৰাৰ দল
চিঞৰত ফালে কাণ।
মহান বীৰে তৰ্ক লাগিছে
আহিছে অভিযান।

বিপ্লৱবাদৰ অৰ্থ বিচাৰি
ভো-পণ্ডিতসবে লৈছে এছাৰি
বাচিবৰ বাবে
গাইছে শোকৰ গান।

কবৰে কবৰে উঠে কম্পন
শ্ৰম জনতাৰ মনৰ দাপোণ
আশাৰ ৰেঙণি লৈ।
নতুন সৃষ্টিৰ প্ৰাণৰ বেদনা
উদং আৰু গড়া
ৰণৰ আখৰা
চলিছে বিশ্বময়।

আহা লগৰীয়া
উৰুৱা নিচান
যাওঁ একেলগে
গাওঁ একেলগে
নতুন দিনৰ গান
নতুন ছন্দে স্পন্দিত কৰি
হোৱা সৰে আগুৱান।■

ৰচনাকাল-১৩/৫/৭০



## জাৰ যাব

শীতৰ কুঁৱলী ৰাতি
থক্ থক্ জাৰত কঁপে
এখন ফটা কাপোৰ
সিও, উম যাছে।

তাপ নাই
তাপ লাগে
জুই কত?
জুই নাই
শীতৰ কঠিন ৰাতি
গছ তলে দিছে ঠাই।

তাপ নাই?
আছে আছে।
তাপ আছে
হৃদয়ৰ তৰপে তৰপে।

খং উঠে
জাৰ কঁপে
প্ৰাসাদৰ ইটাবোৰ
কঁপে থাকে থাকে।

এই জ্বাৰ খেদি দিম
বসন্তৰ জোঁৱাৰ আনিম
অলেখ কোমল পাতে
পৃথিৱীক শুৱনি কৰিম।

সেই গছ
জাৰত যি ঠাই দিলে মোক
তাৰেই তলত
বৰ পেঁপাটিৰ মাত।

জাৰ যাব তাপ হ'ব
জীৱনত উম হ'ব
ফটা কাপোৰেই দিছে
নতুন জাননী।।■

ৰচনাকাল-৩/১/৭১



## লেনিন

নাম যাৰ ধ্বনি হয়
ভেটি কঁপে সমাজক
কঁপি উঠে চৰাচৰ
জাগি উঠে হীন, দুখী, দীন।

বোজাৰ— বান্ধোন টুটে
শিকলিৰ আঙঠাত পৰে টান
দুৰ্জ্জয় সংকল্প লৈ'
দেশে দেশে গায় জয় গান।
তুমিতো হানিলা ঊষা
ৰক্ত সূৰ্য্য অগ্নিযুদ্ধ
আন্ধাৰৰ কুঁৱলীৰ আৱৰণ ফালি।
নতুন দিনৰ বাণী
আশা আৰু উদ্বেগৰ
যুগ আগমনি
নিষ্ঠুৰ কুটিল কৰ (ক'ত)
ঘাতকৰ দল
কম্পমান জনতাৰ, জয়গান শুনি
আজি তুমি নাই।
আমি আছোঁ
আৰু আছে সহস্ৰ শ্ৰমিক
দুনিয়াৰ কৌটি খেতিয়ক
আমি হ'ম নিজেই লেনিন।■

# ধীৰেন দত্তৰ দৃষ্টিত জীৱন আৰু কবিতা

☼ ড° গিৰীশ বৰুৱা

**চমু জীৱন বৃত্তান্তঃ**

কবি ধীৰেন দত্ত অসমীয়া আধুনিক কবিতাৰ অন্যতম পুৰোধা আছিল। আজি তেওঁ অসমীয়া প্ৰগতিশীল কবিতাৰ প্ৰথম বাটকটীয়া ৰূপে স্বীকৃত হৈছে।

১৯১০ চনত গোলাঘাট জিলাৰ কৰুণাটিং বাগিচাত জন্ম লোৱা ধীৰেন দত্ত আছিল এটি মধ্যবিত্ত পৰিয়ালৰ সন্তান। তেওঁৰ পিতৃ-মাতৃ বাঙালি পৰিয়ালৰ লোক আছিল। তেওঁৰ পূৰ্বপুৰুষ সুদূৰ ঢাকাৰ পৰা আহি অসমত বসবাস কৰিবলৈ লৈছিল। সেয়ে পৰিয়ালটো পূৰা মাত্ৰাই অসমীয়া হৈ গৈছিল। পিতাক শৰৎ চন্দ্ৰ দত্ত আছিল এজন চিকিৎসক। মাক নয়নতৰা আছিল এগৰাকী সতী-সাধ্বী গৃহিনী। দেউতাক কৰুণাটিং বাগিচাত ডাক্তৰী পেচাত ৰত থাকোতেই তাতে ধীৰেনৰ জন্ম হয়।

১৯২০-২১ চনত ভাৰত জুৰি অসহযোগ আন্দোলন চলিছিল। বগা চাহাবৰ বাগানত চাকৰি নকৰো বুলি ডাক্তৰ শৰৎ চন্দ্ৰ দত্তই চিকিৎসকৰ পদ ইস্তফা দিয়ে। চাকৰি এৰাৰ পাছত দেৰগাঁৱৰ ওচৰৰ কুৱালগুৰিত ব্যক্তিগতভাৱে চিকিৎসা সেৱা আগবঢ়াবলৈ ধৰে। কিন্তু দুখৰ বিষয় ১৯২২ চনত এই সাধু পুৰুষজনৰ আকস্মিক মৃত্যু ঘটে। ধীৰেন দত্তই চতুৰ্থ শ্ৰেণীত পঢ়ি থাকোতেই দেউতাকৰ মৃত্যু হয়। মাক আৰু ছটা ভায়েক-ভনীয়েকৰ ভৰণ-পোষণৰ তাড়নাত তেওঁ সিমানতে পঢ়া সাং কৰি চাকৰিৰ সন্ধানত ওলায়। তেওঁৰ এজন আত্মীয়ই তেওঁক ফাৰ্মেচিষ্ট শিকাৰ পৰামৰ্শ দিলে। এই আত্মীয় জনে ৰঙামাটি বাগিচাত ফাৰ্মাচিষ্ট কৰিছিল। এওঁৰ লগতে কিছুদিন থাকি ফাৰ্মাচিষ্টৰ কাম কিছু শিকে। তাৰ পৰা গোলাঘাটৰ শালমৰা বাগিচাত ফাৰ্মাচিষ্ট পদ এটা খালী আছে বুলি শুনি তালৈ চাকৰি বিচাৰি গ'ল। কিন্তু গোটেই দিনটো ভোকে-লঘোণে থাকি চাহাবক লগ পাব নোৱাৰি বগা চাহাবৰ প্ৰতি ঘৃণাৰ ভাৱ পোষণ কৰি বাহিৰে বাহিৰে গোলাঘাটৰ স্বৰাজ শিবিৰত যোগ দিলেগৈ। ইয়াত থাকোতেই তেওঁ জাতীয় কংগ্ৰেছত যোগ দি খদ্দৰৰ কাপোৰ পৰিধান কৰিছিল। খদ্দৰৰ কাপোৰ আৰু গান্ধী টুপী পিন্ধি তেওঁ সেই সময়ৰ কংগ্ৰেছী নেতা শংকৰ বৰুৱা, ৰাজেন বৰুৱা, ভোলা বৰুৱাৰ লগত ছাঁৰ দৰে ঘূৰি ফুৰিছিল। তেওঁ গোলাঘাটৰ স্বেচ্ছাসেৱক বাহিনীৰ অধিনায়কো আছিল।

ছাত্ৰসকলক সংগঠিত কৰিবৰ বাবে ধীৰেন দত্তই কুৱালগুৰিত এখন সন্মিলন পাতিলে। তালৈ কলিকতাৰ প্ৰখ্যাত কমিউনিষ্ট নেতা সোমনাথ লাহড়ী আৰু বিশ্বনাথ



মুখাৰ্জীক আমন্ত্ৰণ জনাইছিল। এই সন্মিলনতেই অসমত কমিউনিষ্ট সংগঠনৰ ভেটি বান্ধিলে। কংগ্ৰেছ সমাজতন্ত্ৰী দল হিচাপে প্ৰথমতে ই গঠিত হৈ পিছলৈ ইয়েই কমিউনিষ্ট পাৰ্টিৰ প্ৰতিষ্ঠাৰ বাট কাটিলে। ১৯৪৩ চনত বীৰেশ মিশ্ৰক সম্পাদক ৰূপে লৈ অসম ৰাজ্যিক কমিউনিষ্ট দল গঠিত হয়। কিন্তু স্বাধীনতাৰ পাছত ১৯৪৮ চনত কমিউনিষ্ট পাৰ্টিক বে-আইনি ঘোষণা কৰা হয়। ফল স্বৰূপে দত্ত পলাতক হ'ব লগীয়া হয়। পুলিচৰ চকুত ধূলি দি তেওঁ পলাই ফুৰিছিল।

ধীৰেন দত্তই পাৰিবাৰিক জীৱনৰ প্ৰতিও পিঠি দিয়া নাছিল। ১৯৫১ চনত শৈল্য প্ৰভাক বিয়া কৰাই সংসাৰ ধৰ্মৰ পাতনি মেলে। শৈল্যপ্ৰভা তেওঁৰ কেৱল জীৱন সংগিনীয়েই নাছিল। ৰাজনৈতিক কৰ্মৰো সংগিনী আছিল। মাষ্টৰণী চাকৰি ত্যাগ কৰি তেওঁ দত্তৰ সহচৰী জীৱন-যাপন কৰিছিল।

পলাতক অৱস্থাতে দত্ত পুলিচৰ হাতত ধৰা পৰে। তেওঁ যোৰহাট জেলত ৬৪ দিন অনশন কৰিছিল। মৃতপ্ৰায় দত্তক ভাৰত চৰকাৰে মুকলি কৰি দিলে। লোহাৰ শিকলি পিন্ধা হাত দুটা খোল খালেই দত্ত আকৌ উৰণীয়া হৈ পৰিছিল। সোঁহাতত কলম তুলি লৈ য'তে পায় ত'তে কবিতা লিখিছিল। পাৰ্টিৰ 'জেনেৰেল' হৈ তেওঁ দল আৰু সদস্যসকলক বাট দেখুৱাই নিছিল। এই কঠোৰ মনৰ মানুহজনৰ ভিতৰত এটি কোমল আৰু সংবেদনশীল মন সোমাই আছিল। অৱশেষত পাৰ্টীয়েও তেওঁক বিশ্বাসঘাতকতা কৰিছিল। অৰ্থাৎ বিনা দোষত তেওঁক পাৰ্টীৰ পৰা বহিষ্কাৰ কৰা হৈছিল। ৰাচিয়াত লেনিনৰ প্ৰতিমূৰ্তিৰ দৰেই ধীৰেন দত্তৰো অৱস্থা হৈছিল। জীৱন্ত কালত দপ্‌দপাই থকা এই কমৰেড জনে অৱশেষত মৃত্যুৰ আগত হাৰ মানিলে, ১৯৭২ চনৰ ২২ অক্টোবৰত।

**জীৱন আৰু কবিতাঃ**

ধীৰেন দত্ত কলা কৈবল্যবাদত বিশ্বাসী নহয়। তেওঁৰ মতে জীৱন-বিচ্ছিন্ন কবিতাৰ কোনো মূল্য নাই। সেয়ে তেওঁৰ প্ৰতিটো কবিতাতে জীৱনৰ সাৰমৰ্ম উপলব্ধি কৰা হয়।

ধীৰেন দত্তই শ্ৰেণী-বিভাজনক বিশ্বাস কৰে। তেওঁৰ মতে সমাজ শ্ৰেণী বিভক্ত অৰ্থাৎ ই চহকী-দুখীয়া, শোষক, শোষিত, পুঁজিপতি-শ্ৰমিক এনে শ্ৰেণীত বিভক্ত। দুখীয়া শোষিত আৰু শ্ৰমিক-কৃষকৰ প্ৰতি তেওঁৰ কবিতা আৰু গানবোৰ পদদলিত সমাজৰ মুক্তিৰ জয়গান ৰূপে চিহ্নিত।

বিপ্লৱৰ অবিহনে শ্ৰমিক কৃষকৰ মুক্তি সম্ভৱ নহয় বুলি ধীৰেন দত্তই ভাৱিছিল। সেয়ে তেওঁৰ কণ্ঠত নিগৰিছিল ভৰপক বাৰিষাৰ পাৰভঙা নদীৰ হিলদল ভঙাৰ শব্দ। তেওঁৰ কবিতাত মূৰ্ত হৈছিল সমাজ শুধৰোৱাৰ মন্ত্ৰ। নতুন যুগৰ সৃষ্টিৰ আহ্বান। আপোচহীন সংগ্ৰামৰ মন্ত্ৰত দীক্ষিত হৈ দত্তই গাই ফুৰিছিল মুক জনগণক জগোৱাৰ গীত। দেশৰ মুক্তিৰ গানক শেষলৈ শোষিত জনগণৰ মুক্তিৰ গানলৈ ৰূপান্তৰিত কৰিছিল।

ধীৰেন দত্তই বেছি কবিতা লিখা নাছিল। যি কেইটা লিখিছিল সেই কেইটাৰেই অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে। যাযাবৰী জীৱনত তেওঁ নিৰলে বহি কবিতা লিখি থাকিবলৈ সময় পোৱা নাছিল। সময়ৰ সুৰুঙাত যি কেইটা লিখি থৈ গ'ল সেই কেইটাই মানুহৰ মনত আলোড়ন তুলি থৈ গ'ল। তেওঁৰ কবিতাৰ নান্দনিক দিশটোৰ পৰীক্ষা-নিৰীক্ষা নিৰৰ্থক। কিছুমান আধুনিক কবিৰ দৰে আংগিকৰ পৰীক্ষা চলোৱা বুজিব নোৱাৰা কবিতা তেওঁ লিখা নাই। জীৱন নিৰপেক্ষ—বৌদ্ধিকতা সৰ্বস্ব কবিতাৰ কোনো দাম নাই। বিশ্ববিদ্যালয়ৰ আৰ্ম চেয়াৰত বহা কেইজনমান বুদ্ধিজীৱীৰ মাজতহে তেনে কবিতাৰ স্থান আছে। সৰ্বসাধাৰণে তেনে কবিতা নাদৰে।

ধীৰেন দত্তয়েই প্ৰথমতে কবিতাত সংৰক্ষণশীলতা ভাঙি প্ৰগতিধৰ্মীৰ কবিতাৰ বাট কাটিছিল। তেওঁৰ কবিতাই ৰক্ষণশীল বান্ধোন ভাঙি সমাজ গঢ়াৰ মন্ত্ৰত দীক্ষিত হৈছিল। পুৰণি কলীয়া সাঁচি পাতৰ পুথিৰ পাত ফালি নতুন কবিতাত মূৰ গুজিবলৈ তেওঁ আহ্বান জনাইছিল। অৱশ্যে এই কবিতা দেবকান্ত, হেম বৰুৱাই আৰম্ভ কৰা 'নতুন কবিতা' নহয়। পুৰণিৰ ঠাইত এই কবিতা নতুনৰ আহ্বান থকাৰ কবিতা। ইয়াৰ আংগিক নতুন নহয়। নতুন ইয়াৰ বিষয়-বস্তু, ইয়াৰ বাৰ্তা। এই খিনিতেই দত্তৰ কবি হিচাপে সাৰ্থকতা।

কবিতাৰ পুৰণি ধাৰণাক ভাঙি ধীৰেন দত্তই আদৰণি জনাইছিল নতুন ধাৰণাক। ইংৰাজ কবি অ'ডেনৰ 'Poetry can make nothing happen'- এই কথাষাৰৰ নিঃসাৰতা তেওঁ উদঙাই থৈ গৈছে। তেওঁৰ মতে কবিতাই সকলো কৰিব পাৰে। যদিহে নিৰ্দিষ্ট দৃষ্টিভংগীৰে ইয়াক লিখা হয়। ই সমাজ শুধৰাব পাৰে, পুৰণি ধ্যান-ধাৰণাক ভাঙিব পাৰে। পৃথিৱীক ধুনীয়া কৰিব পাৰে ইত্যাদি।

কবিতা ৰহস্যবাদতে ৰৈ থাকিব নোৱাৰে। ই আগবাঢ়ি যাবই লাগিব। কাৰণ সমাজ পৰিৱৰ্তনৰ লগত খোজ মিলাই নচলিলে কবিতাক মানুহে নাদৰিব। সমাজৰ লগতে ই নিজেও পৰিৱৰ্তন হ'ব লাগিব আৰু লগতে ই সমাজকো পৰিবৰ্তন কৰিব লাগিব। এইটোৱেই হ'ল কবিতাৰ প্ৰধান ধৰ্ম।

যি ক্ষেত্ৰত ধীৰেন দত্তই প্ৰগতিবাদী কবিতাৰ ভেটা ভাঙিছে সেই ক্ষেত্ৰত ভৱানন্দ দত্তই মাৰ্ক্সবাদী সমালোচনাৰ ভেটা ভাঙিছে। এই দুয়োজনা পুৰোধা ব্যক্তিয়ে নৈৰাশ্যবাদৰ পৰা আঁতৰি আছে কল্যাণমূলক বাৰ্তাৰ কবিতা-কলাৰ সুষমা বৃদ্ধি কৰিছে। ভবানন্দক নৱকান্ত বৰুৱাই 'অগ্ৰশ্ৰাবক' আখ্যা দিলেও, বিপ্লৱী চিন্তাৰ প্ৰকৃত অগ্ৰশ্ৰাবক হ'ল আমাৰ ধীৰেন দত্তহে। ভৱানন্দৰ দৰে দত্তৰ ওখ-খাপৰ বিশ্ববিদ্যালয়ৰ ডিগ্ৰী নথকাৰ বাবেই হয়তো সমালোচকসকলে তেওঁক প্ৰাপ্য মৰ্যাদা দিবলৈ অস্বীকাৰ কৰিছিল। নতুবা ই আছিলে তেওঁলোকৰ অক্ষমনীয়া অজ্ঞতা।

ধীৰেন দত্ত সমাজবাদী চিন্তাৰ প্ৰথম বাটকটীয়া নহ'ব পাৰে, কিন্তু তেওঁ যে



সমাজবাদী কবিতাৰ প্ৰথম ৰচক এই কথা এতিয়া সৰ্বজন বিদিত। তেওঁৰ কবিতা পাঠকৰ হৃদয় মোহাবিষ্ট কৰা, মধ্য বিত্ত জীৱন জিজ্ঞাসাৰে পৰাভূত কৰা কবিতা নহয়। তেওঁৰ কবিতা নন্দন-তাত্বিকতাৰ পৰীক্ষা-নিৰীক্ষা কৰা কবিতা নহয়। জাতীয়তাক নেওচি পৃথিৱীৰ মুক্ত জনগণৰ মুখত ভাষা দিয়া তেওঁৰ কবিতা। সক্ৰিয় ৰাজনীতিৰ ধামখুমীয়াৰ পৰা সৃষ্টি হোৱা তেওঁৰ কবিতাত নজৰুলৰ সুৰৰ প্ৰতিধ্বনি আছে।

নাস্তিকতা আৰু মানুহতেই ভগৱানক বিচাৰি পোৱা এই দুটা কথাৰ মাজত নৱকান্ত বৰুৱাই ভৱাৰ দৰে কোনো স্ব-বিৰোধিতা নাই। ঈশ্বৰতকৈ মানুহক আগ স্থান দিয়াতেই প্ৰকৃত মানৱতাবাদ বিৰাজ। জাতীয়তাৰ মুক্তিৰ পৰা মানৱতাৰ মুক্তিলৈ অতিক্ৰমণৰ মন্ত্ৰ দত্তৰ কবিতাৰ মাজত লুকাই আছে। ঈশ্বৰকে অকল সেৱা কৰি থাকিলে মানুহলৈ পিঠি দিয়া হয়। ঠিক সেইদৰে জাতীয়তাক সেৱা কৰি থাকিলে মানৱীতাৰ ফালে পিঠি দিয়া হয়। দেশ স্বাধীন হ'লেই দুখীয়াৰ মুক্তি নহয়। সেয়ে তেওঁৰ কবিতাত 'বাবু'ৰ ভাষাৰ চল-চাতুৰী নাই। আছে দলিত লোকৰ বুকুৰ ভাষা।

শব্দ বহুলতা এৰি ধ্বনি-বহুলতাত ধীৰেন দত্তই গুৰুত্ব দিছে। সেয়ে তেওঁৰ কবিতা আবৃত্তি কৰিলে হৃদয়ত স্পন্দন উঠে; কাৰণ ধ্বনি স্পন্দনেৰে ৰচিত। বহুতে দুখ কৰে যে ধীৰেন দত্ত অকল কবি হোৱাহেঁতেন তেওঁৰ কাপৰ পৰা বহুত সুমধুৰ কবিতা ওলালেহেঁতেন। কিন্তু এই দুখ ভ্ৰমাত্মক। তেওঁৰ অন্তৰত চিৰ-বিদ্ৰোহৰ অগনি জ্বলিছিল বাবেই আমি তেওঁৰ কাপৰ পৰা এই কেইটা সোণসেৰীয়া কবিতা পালোঁ। তেওঁ বুজিছিল যে অকল কবিতাৰে জগত জিনিব নোৱাৰি, বিপ্লৱেৰে পাৰি। বিপ্লৱৰ আগ্নেয়গিৰিৰ উদ্গীৰণৰ বাবেই তেওঁ কবিতা লিখিছিল। বিপ্লৱ কবিতাৰ আলধৰা নহয়, কবিতাহে বিপ্লৱৰ আলধৰা।

জীৱনৰ আন এটা নাম সংগ্ৰাম। সংগ্ৰামহীন জীৱন নিষ্ফল। সংগ্ৰামৰ মাজেৰেই জীৱন মাদকতা আহে। সংগ্ৰামী জীৱনৰ আৱেগ-বহ্নিত ঘৃতাহুতি দিবৰ বাবেই তেওঁ কবিতা ৰচিছিল। মানুহে যাতে সংগ্ৰামী 'অভিযান'ৰ পথ লয় সেইয়ে তেওঁ 'অভিযান' ৰচিছিল। এই অভিযান সংগ্ৰামী জন-জীৱনৰ তীৰ্থযাত্ৰা। সংঘাতক সংগ্ৰামলৈ পৰ্যবসিত কৰি তীৰ্থস্বৰূপ সাম্যলৈ আগুৱাই যোৱাৰ নামেই অভিযান। এনে অভিযানেহে বান্ধ ছিঙিব পাৰে। ভেটা ভাঙিব পাৰে। দাসত্বৰ শিকলি ছিঙিবৰ বাবে হাতুৰীৰ দৰকাৰ। তেওঁৰ 'অভিযান'ৰ কবিতাত শিকলি ছিঙাৰ বাৰ্তা আছে।

হাতত লাল নিচান ল'লেহে অভিযান সফল হয় বুলি ধীৰেন দত্তই ভাবিছিল। এই লাল নিচানৰ লগত তেওঁ কবিতাৰ ছন্দ-বিষাণ মিলাই লৈছিল। সংগ্ৰামৰ সৈনিকে মৃত্যুলৈ ভয় নকৰে, কাৰণ মৃত্যুলৈ ভয় কৰিলে মুক্তি নাহে। সেয়ে তেওঁৰ কবিতাত সুখীয়া জীৱন-গাঁথাতকৈ সংগ্ৰামী জীৱনগাথাৰ সুৰ বেছিকৈ শুনিবলৈ পোৱা যায়।

দত্তৰ মতে দুখীয়াৰ কান্দোন অথলে নাযায়। সেই কান্দোনৰ ৰোলত সৰগ

ভাগি বৰজ পৰে। কান্দোন বজ্ৰলৈ ৰূপান্তৰিত হৈ দুখীয়া হোৱা চৰ্তৰ বিনাশৰ সূত্ৰপাত হয়। সেইদৰে কপালৰ ঘামো অথলে নাযায়। জীৱনক বৰ্তাই ৰখা কপালৰ ঘাম ৰূপান্তৰিত হয় সংগ্ৰামক বৰ্তাই ৰখা তেজ-বললৈ।

ধীৰেন দত্তৰ কবিতাৰ অনুশীলন চলিছিল সংগ্ৰাম ক্ষেত্ৰতহে, ড্ৰয়িং ৰুমত নহয়। কবিতাৰে বিলাসিতা কৰিবলৈ তেওঁৰ আহৰি নাছিল। সেয়ে তেওঁৰ কবিতাত পোৱা যায় জীৱনৰ গোন্ধ, কেঁচা ঘামৰ সুবাস। তেওঁৰ মতে জীৱন শান্তি ফোৰাতৰ জল নহয়, ই সংগ্ৰামৰ মৰুভূমিহে। সাধাৰণ মানুহৰ জীৱনত মৰুদ্যান কমেই থাকে। থাকে মৰুভূমিৰ জলন্ত বালি-ধূলি। মৰুভূমিক বুকুত সাবটি লৈ ফুৰা মানুহৰ ৰ'বলৈ সময় নাই। মৰুদ্যান বিচাৰি তেওঁলোকে বাটকুৰি বাবই লাগিব। এই বাটকুৰি বোৱা মানে কেৱল যোৱাই নহয়, এই যোৱা হ'ল অভিযান গমন। এই অভিযান-গমনৰ বেগ বঢ়ায় ধীৰেন দত্তৰ কবিতাৰ ছন্দই।

ধীৰেন দত্তৰ গান ভাগ্যহীন জীৱনৰ সুৰহীন গান নহয়। কবি দুৰৱাৰ কবিতাৰ নিৰাশাবাদ তেওঁৰ কবিতাত নাই। তেওঁৰ কবিতাত আছে জীৱনৰ ছন্দ, জীৱনৰ আশাবাদ, জীয়াই থকাৰ অনুপ্ৰেৰণামুলক ধ্বনি। তেওঁ অন্তৰৰ নীলা বেদনাৰ ঢৌবোৰক ৰঙা আনন্দৰ খলকনিলৈ ৰূপান্তৰিত কৰিব খুজিছিল। মিছা জীৱনৰ পৰা সঁচা জীৱনলৈ উত্তৰণৰ মন্ত্ৰ তেওঁৰ কবিতাৰ অন্তকালত সোমাই আছে। ৰাতিৰ নৈঃশব্দ ভাঙি তেওঁ পুৱাৰ কাকলি শুনোৱাৰ পক্ষপাতী। কাঁইটীয়া শয্যাৰ পৰা ৰঙা গোলাপৰ শয্যালৈ অতিক্ৰমণ তেওঁৰ কবিতাৰ লক্ষ্য। তেওঁৰ ৰণমত্তাৰ বিধ্বংসৰ নহয়, সৃষ্টিৰ। নতুন যুগৰ, নতুন সময়ৰ সৃষ্টিৰ। সময়ৰ গতিত জীৱন সপি দিয়া কবি তেওঁ নাছিল। সময়ক প্ৰত্যাহ্বান জনাই আগবঢ়া কবিহে তেওঁ আছিল। সেয়ে ফুলশয্যাৰ অলীক সপোন দেখা কবিৰ পেনপেননি তেওঁৰ কবিতাত শুনা নাযায়।

ধীৰেন দত্তৰ কবিতা ৰণ-ভেৰী স্বৰূপ। বিদ্যুতৰ চমকনিৰে ভৰা তেওঁৰ কবিতা সংপৃক্ত। শ্ৰমিকৰ পেটৰ জুই অগ্নি-ফিৰিঙতি হৈ খাণ্ডৱ দাহৰ পাতনি মেলাৰ ইংগিত তেওঁৰ কবিতাত আছে। অভাৱ-যন্ত্ৰণাৰ প্ৰতিফলন ঘটিলেও সেই যন্ত্ৰণাৰ নিৰসনৰ বাৰ্তাও তেওঁৰ কবিতাত আছে। সেয়ে তেওঁৰ কবিতাৰ ভাষা সেই ভাষা, যি ভাষা কেৰে শুনা নাই। তেওঁ যি গান গাইছিল সেই গান কেৰে গোৱা নাই। সেই ভাষা, সেই গানক তেওঁ সৰ্বসাধাৰণ জনতাৰ মনৰ পৰা উদ্ধাৰ কৰা ভাষা আৰু গান। সেই ভাষা আৰু গানৰ মাজত সোমাই আছে শোষণৰ ইতিহাস, শোষণ-মুক্তিৰ সংগ্ৰামৰ ইতিহাস।

সমাজত শ্ৰেণী-বিভাজন থাকিলে শ্ৰেণী-সংগ্ৰাম থাকিবই। শ্ৰেণী-বিভাজনৰ বিলুপ্তিয়েহে শ্ৰেণী-সংগ্ৰামৰ বিলুপ্তি সাধিব। সেয়ে বৰ্তমানলৈ থকা ইতিহাস শ্ৰেণী-সংগ্ৰামৰ ইতিহাস। ধীৰেন দত্তই এই কথা বুজিছিল আৰু সেয়ে খেতিয়ক, মিস্ত্ৰী আদিৰ সপক্ষে মাত মাতিছিল। কাৰণ খেতিয়ক, মিস্ত্ৰী আদি শোষিত শ্ৰেণীৰ প্ৰতিনিধি। আজি আমি তাজমহল গঢ়া মিস্ত্ৰী আৰু শ্ৰমিকসকলক মনত নেপেলাওঁ, পেলাওঁ শ্ৰমিক-শোষক চাহজাহানক। চাহজাহান



শোষক শ্ৰেণীৰ প্ৰতিনিধি। সেয়ে তাজমহলক 'তৈজমহল' আখ্যা দিয়াত দোষ নাই। তাজমহল এক জীৱন্ত কবিতা হ'লেও ই শোষণৰ প্ৰতীক হিচাপে যমুনাৰ পাৰত থিয় হৈ আছে।

নিৰ্যাতিতৰ কৰুণ বৰ্ণনাতে কবি কেৱল আবদ্ধ নহয়। তেওঁ আশা কৰিছে কেতিয়া জ্বাৰত বস্ত্ৰহীন ভাবে কঁপি কঁপি দিন কটোৱা হালোৱাই সুখ-শান্তিৰ মুখ দেখিব। কেতিয়া বৰষুণত তিতি তিতি মাটি কটা বনুৱাই স্বস্তিৰ নিশ্বাস পেলাব। কিন্তু তেওঁ কেৱল আশা কৰিয়েই বহি থকা নাই। হালোৱা-বনুৱাক তেওঁ উল্কা, উৰ্মি, ধুমুহা, প্ৰলয়, প্লাৱন আদিৰ শব্দৰ লগত চিনাকি কৰাইছে যাতে তেওঁলোকে এইবোৰৰ নিচিনাকৈয়ে বিপ্লৱৰ পথত আগবাঢ়িব পাৰে। কাঠৰ ৰান্দা মাৰি সমান কৰাৰ দৰে সমাজকো ৰান্দা মাৰি সমান কৰিব লাগিব। কাঠমিস্ত্ৰীৰ হাতুৰী-বটালী শব্দই বজ্ৰধ্বনিলৈ মনত পেলাই দিয়ে। ওপৰ শ্ৰেণীৰ দাম্ভিকতাৰ ওৰ পেলাবলৈ বজ্ৰসদৃশ বজ্ৰ-মুঠিৰ দৰকাৰ। বিপ্লৱৰ ৰথ ঘৰ্ঘৰ শব্দৰে আগুৱাই যাবই লাগিব। নিয়তিৰ ওচৰত নতি স্বীকাৰ নহয়, বৰং নিয়তিৰ সৈতে মানুহে অক্ষয় সংগ্ৰাম চলাই নিব লাগিব। দৈৱক নিহত কৰি নিজৰ বাহুবলেৰে সংগ্ৰামৰ ৰত হ'ব লাগিব।

পূজা কৰিব লাগিব দেৱতাক নহয়, সাম্যক হে সেৱা কৰিব লাগিব কৃষকক নহয়। সৰ্বসাধাৰণ মানুহক যি কপালৰ ঘাম মাটিত পেলাই ধনীৰ বাবে আত্মোৎসৰ্গ কৰিছে। বিৰাট নৰ-নাৰায়ণ ৰূপেই মানুহৰ ভগৱান। অভিশপ্ত এই মানুহ শ্ৰেণীক অভিশাপৰ পৰা উদ্ধাৰ কৰিব লাগিব। ভগৱানক কংসৰ কাৰাগাৰৰ পৰা উদ্ধাৰ কৰাৰ দৰে। শ্ৰমিক কৃষকৰ বাবে শান্তি সুখ সদায় বিলাসিতাৰ বস্তু হৈ থাকিব নোৱাৰে।

জীৱন জয়ৰ বাবে জীৱন-লয়ৰ প্ৰয়োজন। কাৰোবাৰ জীৱনৰ বিনিময়ত কাৰোবাৰ জীৱন সুখময় হ'ব পাৰে। ইলিয়টে ভৱাৰ দৰে ভাল আৰু বেয়াৰ যুদ্ধখন চিৰদিনীয়া হ'ব নোৱাৰে। এদিন বেয়াৰ অন্ত পৰিবই লাগিব। দুষ্কৃতিক নাশি সংস্কৃতিক প্ৰতিষ্ঠা কৰিবই লাগিব। দানবক পৰাভূত কৰি দেৱতাৰ জয় হ'বই লাগিব। হিংসাৰ ঠাইত অহিংসাই বিৰাজ কৰিব লাগিব। খাটি খোৱা জনতা সদায় নিন্দিত হৈ থাকিব নোৱাৰে। এটা সময়ত তেওঁলোক প্ৰশংসিত হ'বই লাগিব।

সৰগৰ দেৱীয়ে মহিষমৰ্দিনী ৰূপ লৈ দানৱক হত্যা কৰাৰ দৰেই শ্ৰমিক জীয়ৰীয়ে সেই একেটা ৰূপকে লৈ পুঁজিবাদ স্বৰূপ দানৱক বধ কৰিব লাগিব। ব'মভোলা শিৱই ৰুদ্ৰ ৰূপ লৈ সংহাৰ কৰাৰ দৰে শ্ৰমিক-কৃষকেও ৰুদ্ৰ ৰূপ ল'ব লাগিব। এই ৰুদ্ৰ ৰূপ লোৱাৰ পিছতহে নটৰাজ ৰূপ লোৱাটো সম্ভৱ।

এতিয়া সমাজ পচি গৈছে। এই পচি যোৱা সমাজৰ সৌধটো থানবান কৰিবৰ বাবে ভীমৰ গদা আৰু জয়মতীৰ সহনশীলতাৰ দৰকাৰ। সময়ে সময়ে মহাপ্ৰলয় অহাৰ দৰে এতিয়া বিপ্লৱ ৰূপী প্ৰলয় অহাৰ সময় সমাগত। এই সময়ক আদৰণি জনাব লাগিব। জয়মতীয়ে লাঠি, জোং সহ্য কৰাৰ দৰে শ্ৰমিক কৃষকেও 'জেল-লাঠি-গুলি-ফাঁচি' সহ্য কৰিব লাগিব।

দত্ত বিমূৰ্ততাত নিমগ্ন কবি নহয়। তেওঁ সকলো বস্তুকে মূৰ্ত ৰূপত দেখিছে। তেওঁৰ বাবে মানৱতাবাদো মূৰ্ত মানৱতাবাদহে। ধনীৰ বাবে ভবাটো নিষ্প্ৰয়োজন, দুখীয়াৰ বাবেহে ভাবিব লাগে। ভৰ কলহত পানী ভৰাই লাভ নাই। পোহৰৰ হিৰণ-কিৰণ নেদেখা মানুহৰ বাবেহে পোহৰৰ দৰকাৰ। সদায় কঠুৱা বাস্তৱক আকোঁৱালি লৈ থকা মানুহকহে সম-মৰ্মিতাৰ ভাবৰ প্ৰয়োজন।

মহাত্মা গান্ধীৰ দৰে দত্তই মোৰ জীৱনেই মোৰ বাণী বুলি নকৈ মোৰ জীৱনেই মোৰ অভিযান বুলি কৈছিল। চলমানতাই জীৱন। জীৱনত জড়তা নাথাকে, মৰণতহে থাকে। সেয়ে তেওঁ মৰণত শৰণ লোৱা নাছিল, লৈছিল জীৱন—ধমনিত। মৃত্যু তেওঁৰ বাবে কাম্য নহয়, জীৱনহে কাম্য। অলস কবিয়ে লিখা কথা মৃত্যু এক শিল্প নহয়, জীৱনহে শিল্প, কাৰণ জীৱনৰহে অৰ্থ আছে। সেয়ে এই জীৱনটোক অৰ্থবহ কৰি তোলাই মানুহৰ কাম্য হোৱা উচিত। মৃত্যু অৱশ্যম্ভাৱী হ'লেও মৃত্যু মানুহৰ লক্ষ্য হোৱা অনুচিত। সত্যৰ জুইত সোণালী হৈ মৃত্যুৰ পাছত অহা জীৱনক তেওঁ আহ্বান জনাইছে।

মৃত্যু এজন দুজন মানুহৰ বাবেহে আহে, সকলো মানুহৰ বাবে একেলগে নাহে। বাৰে বাৰে যুগে যুগে মানুহ আহি জুই জ্বলাই আৱৰ্জনাক শেষ কৰে। মৃত্যু ৰূপী তিমিৰৰ ঠাইত ৰঙা প্ৰভাতৰ জীৱনক সকলোৱেই আহ্বান কৰে। মৃত্যুক গচকি জয় জিনিবলৈ কোৱাজনহে আচল বিপ্লৱী। মৃত্যুভয়ক নেওচি যিজনে আগবাঢ়িব তেওঁহে মৃত্যুক প্ৰত্যাহ্বান ৰূপে ল'ব পাৰে। মৃত্যুক তাচ্ছিল্য কৰা জনেহে জীৱনক আদৰণি জনাব পাৰে। উদ্দীপনাময় জীৱনেই আঁচল জীৱন।

ধীৰেন দত্তই কবিতা তেওঁৰ সগোত্ৰীয়ৰ বাবে লিখা নাই, লিখিছে সাধাৰণ জনগণৰ বাবে। অলপকৈ হ'লেও তেওঁৰ কবিতাই অসমীয়া সমাজখনক জোকাৰি থৈ গ'ল। ইয়াত নিহিত থকা বৈপ্লৱিক চিন্তাই জগত আৰু জীৱন সম্পৰ্কে নতুনকৈ চিন্তা কৰিবলৈ অবকাশ দিলে। দ্বান্দ্বিক বস্তুবাদৰ আধাৰত প্ৰতিষ্ঠিত বৈজ্ঞানিক দৃষ্টিভংগী তেওঁৰ কবিতাৰ ভিত্তি। তেওঁৰ কবিতা অলৌকিক বিশ্বাসৰ ৰূপত প্ৰতিষ্ঠিত নহয়। মনে সজা কথাৰে তেওঁৰ কবিতা সংপৃক্ত নহয়। তেওঁৰ কবিতাই আমাক অতীন্দ্ৰিয় তন্দ্ৰালুকতাৰ পৰা মুক্ত কৰি এক বস্তুনিষ্ঠ প্ৰৱণতা প্ৰদান কৰে। তেওঁৰ কবিতাত আছে ইহজীৱনৰ পৰমাৰ্থ। তেওঁ বৰ্তমানক অনিবাৰ্য কাৰ্য-কাৰণ সূত্ৰৰ লগত সম্পৰ্কযুক্ত কৰি ভৱিষ্যতৰ ৰূপাংকন কৰিবলৈ সমৰ্থ হৈছে।

ধীৰেন দত্তৰ কবিতাত ঈশ্বৰ কেন্দ্ৰবিন্দু নহয়, মানুহহে কেন্দ্ৰবিন্দু। সেয়ে তেওঁ সমাজৰ ধাৰাবাহিক গতিধাৰাক ব্যাহত কৰি বেলেগ দিশত ইয়াক ধাবিত কৰিবলৈ যত্ন কৰিছিল। এই ক্ষেত্ৰত তেওঁ সম্পূৰ্ণৰূপে সফল নহ'লেও সমাজখনক কিছু আগবঢ়াই নিবলৈ সক্ষম হৈছিল। কবিতাৰ ক্ষেত্ৰত এক নতুন দিগদৰ্শন দিয়াৰ বাবেই ধীৰেন দত্তৰ দৰ্শনত প্ৰাসংগিকতা আজিও ৰৈ গৈছে।■



# চিৰবিপ্লৱী ধীৰেন দত্ত

☼ চিদানন্দ শইকীয়া

ধীৰেণ দত্তৰ উপৰি পুৰুষ বৰ্তমান বাংলাদেশৰ ঢাকাৰ ওচৰৰ বিক্ৰমপুৰ অন্তৰ্গত পোপঘৰ নামে গাঁৱৰ বাসিন্দা আছিল। ককাদেউতাক ব্ৰজবাসী দত্তৰ ঘৰ এই গাঁৱতেই। তেওঁৰ দুজন পুত্ৰ ডাঃ বৃন্দাবন দত্ত আৰু ডাঃ শৰৎ চন্দ্ৰ দত্ত। মাত্ৰ এগৰাকী কন্যা আছিল মামনী দত্ত। শৰৎ চন্দ্ৰ দত্ত অসমলৈ আহি ১৯০৩ চনত গোলাঘাট মহকুমাৰ অন্তৰ্গত দেৰগাঁৱৰ ওচৰৰ ইউৰোপীয় চাহ বাগিচা কৰুণাটিঙত ডাক্তৰী কামত ভৰ্ত্তি হয়। ১৯২১ চনত ভাৰতৰ জাতীয় আন্দোলনৰ প্ৰভাৱ অসমতো পৰে। স্বাধীন চিতীয়া শৰৎ চন্দ্ৰ দত্তই সেই সময়তেই বিলাতী চাহাবৰ তলত চাকৰি নকৰো বুলি কাম ইস্তফা দি বৰুৱাবামুণ গাঁৱত প্ৰাইভেট্ প্ৰেক্টিছ কৰিবলৈ লয়। লগতে তেওঁ এখন দোকানো তৰে। তেওঁ বৰ উদাৰ চিতীয়া আছিল। ৰাইজক চিকিৎসা কৰি জনপ্ৰিয় হ'ল যদিও ধন নাবাঢ়িল।

ডাঃ শৰৎ চন্দ্ৰ দত্তই ঢাকাৰ ওচৰৰ বিক্ৰমপুৰৰ কাদিলাল গাঁৱৰ কৃষ্ণ চন্দ্ৰ সেনৰ প্ৰথমা কন্যা নয়নতৰাৰ পাণি গ্ৰহণ কৰে, তেওঁ বৰ ধৰ্মপ্ৰাণ আৰু উদাৰ প্ৰকৃতিৰ নাৰী আছিল। ১৯৬৮ চনৰ ৩ জানুৱাৰীত তেওঁৰ মৃত্যু হয়।

দত্ত দম্পতিৰ মুঠ সাত টি সন্তান জন্ম হয়। দুটি পুত্ৰ আৰু পাঁচোটি কন্যা। পুত্ৰ দুটি ধীৰেণ দত্ত আৰু নৰেন দত্ত, কন্যা কেইগৰাকী গিৰিবালা, বিৰজাবালা, আশালতা, মণিবালা আৰু ননীবালা, এই কেইটি সন্তান থৈ ডাঃ দত্ত ১৯২২ চনত ইহ সংসাৰৰ পৰা বিদায় লয়।

১৯১০ চনত কৰুণাটিং চাহ বাগিচাতেই ধীৰেন দত্তৰ জন্ম হয়। কুৱালগুৰিৰ এখন প্ৰাইমেৰী স্কুলতেই তেওঁৰ বিদ্যাৰম্ভ হয়। প্ৰাথমিক শিক্ষা সাং কৰি তেওঁ দেৰগাঁও উচ্চ মাধ্যমিক বিদ্যালয়ত ভৰ্তি হয়। পিতাকৰ মৃত্যুৰ পাচত তেওঁলোকৰ পৰিয়ালটো আৰ্থিক অনাটনত পৰে। মাটি বাৰীও বিক্ৰী কৰিব লগা হয়। পৰিয়ালৰ বৰ ল'ৰা ধীৰেন দত্তই চতুৰ্থ শ্ৰেণীৰ পৰাই (বৰ্তমান ষষ্ঠ মান) শিক্ষা এৰি জীৱিকাৰ সন্ধান কৰিবলগীয়াত পৰে সেই সময়ত কম শিক্ষা হ'লেও চাকৰিৰ সুবিধা আছিল। তেওঁলোকৰ তেনে অৱস্থা দেখি ৰঙামাটি বাগিচাত কম্পাউণ্ডৰ হৈ থকা যতীন্দ্ৰমোহন দাস নামৰ এজন আত্মীয় লোকে দত্তক কম্পাউণ্ডৰী শিকাইছিল।

গোলাঘাট নগৰৰ সমীপতে থকা শালমৰা চাহ বাগিচাত কম্পাউণ্ডৰৰ কাম

এটা খালি হোৱা বুলি জানি যতীন্দ্ৰমোহনে দত্তক তালৈ পঠালে। বাগিচাৰ মেনেজাৰজন ইংৰাজ আছিল। দত্তই তিনি ঘণ্টা সময় অপেক্ষা কৰিও ইংৰাজ মেনেজাৰৰ দৰ্শন লাভ নোহোৱাত মনতে বৰ কষ্ট পালে। দেউতাক, বৰদেউতাক জাতীয় ভাৱাপন্ন লোক আছিল। ১৭/১৮ বছৰীয়া ধীৰেনৰ শিৰাই শিৰাই সেইসকলৰ জাতীয় তেজ প্ৰৱাহিত হ'ব ধৰিলে। তেওঁৰ চাহাবৰ প্ৰতি বিতৃষ্ণাৰ ভাৱ জন্মিল আৰু চাকৰিৰ চিন্তা বাদ দি জাতীয় আন্দোলনত অংশ গ্ৰহণ কৰিলে। তেতিয়া ১৯২৮ চন। গোলাঘাটৰ নিঃস্বাৰ্থ দেশকৰ্মী শংকৰ বৰুৱাৰ আশ্ৰমলৈ গৈ কংগ্ৰেছত যোগদান কৰে, ধীৰেন কংগ্ৰেছী ভলণ্টিয়াৰ হ'ল।

পৰিয়ালটোৰ অৱস্থা বৰ বেয়া হৈ গ'ল। কেতিয়াবা অনাহাৰতো দিন কটাব লগীয়া হৈছিল। উৰলি যোৱা বাস গৃহটোও মেৰামতি কৰাৰ অৱস্থা নাছিল। গোলাঘাটৰ কংগ্ৰেছনেতা ৰাজেন্দ্ৰ নাথ বৰুৱাইহে ভলণ্টিয়াৰৰ হতুৱাই ঘৰটো মেৰামতি কৰাই দিছিল। পৰিয়ালটোৱে আৰ্থিক অনাটনত ভোগাৰ উপৰি পুলিচৰ নিৰ্যাতনো ভুগিছিল। এবাৰ ক্ৰোক কৰি কাঁহী-বাতি আদি লৈ গৈছিল।

ধীৰেন দত্ত সৰুৰে পৰাই বৰ তীক্ষ্ণ বুদ্ধিৰ আছিল। তীক্ষ্ণ-বুদ্ধিৰ বলতেই অতি সোনকালেই তেওঁ গান্ধী দৰ্শন বুজি উঠিছিল আৰু জাতীয় আন্দোলনৰ কাৰ্যসূচীৰ লগত নিজকে জড়িত কৰিবলৈ সমৰ্থ হৈছিল, তেওঁ গোলাঘাট কংগ্ৰেছৰ প্ৰাণস্বৰূপ হৈ পৰে। জিলা কংগ্ৰেছৰ গুৰুত্বপূৰ্ণ পদবীত অধিষ্ঠিত হোৱাৰ উপৰি এসময়ত প্ৰাদেশিক কংগ্ৰেছৰ সদস্যও হৈছিল। কংগ্ৰেছ নেতা শংকৰ বৰুৱা, ৰাজেন বৰুৱা, ভোলা বৰুৱাৰ লগত তেওঁৰ ঘনিষ্ঠতা আছিল। কংগ্ৰেছক সজীৱ কৰি ৰখাত তেওঁ অশেষ ত্যাগ আৰু নিৰ্যাতন মূৰপাতি লৈছিল। গাঁৱে গাঁৱে মুষ্ঠিভিক্ষা সংগ্ৰহ, নানা হেণ্ডবিল, পুস্তিকা বিতৰণ, কংগ্ৰেছৰ সভ্য ভৰ্তি, নানা সভা সমিতি, সংগঠন আদি নানা ধৰণৰ কামত তেওঁ আত্মনিয়োগ কৰিছিল। তেওঁ কংগ্ৰেছ স্বেচ্ছাসেৱক বাহিনীৰ অধিনায়ক আছিল। ১৯৩৯ চনত গোলাঘাটত বহা অসম প্ৰাদেশিক ৰাষ্ট্ৰীয় সন্মিলনত স্বেচ্ছাসেৱক বাহিনী পৰিচালনা কৰি বিশেষ কৃতিত্ব দেখুৱাইছিল। দত্ত বহুবাৰ জেললৈ যায়। বহুবাৰ পলাতক হৈও থাকে। কংগ্ৰেছ বে-আইনী হৈ থকা সময়ত দত্তই শংকৰ বৰুৱাৰ লগত গুপ্ত আন্দোলনো পৰিচালনা কৰিছিল। ১৯৩০-৩১ চনত তেওঁ গোলাঘাট জেলত অকথ্য পুলিচ যন্ত্ৰণা ভোগ কৰিব লগাত পৰিছিল। যোৰহাটৰ পুলিচ চাহাবৰ নিৰ্দেশ অৱমাননা কৰি তেওঁ ভলণ্টিয়াৰ বাহিনী লৈ 'বন্দে মাতৰম' ধ্বনি দি পুলিচ চাহাবৰ নিৰ্যাতনকো নেওচা দিছিল।

তেওঁ ভাৰতৰ বিপ্লৱী আন্দোলনৰ প্ৰতি ক্ৰমান্বয়ে ঢাল খাব ধৰিলে। তেওঁ ৰাচিয়াৰ সমাজতান্ত্ৰিক বিপ্লৱ, মীৰাট ষড়যন্ত্ৰৰ মোকৰ্দ্দমা, চিটাগঙৰ বিদ্ৰোহীসকলৰ কাৰ্যকলাপৰ কথা অধ্যয়ন কৰিছিল, ৰবীন্দ্ৰ নাথ ঠাকুৰে ৰাছিয়া ভ্ৰমণ কৰি আহি 'প্ৰবাসী' নামৰ আলোচনীত 'ৰাছিয়াৰ চিঠি' নাম দি লিখা প্ৰবন্ধলানি মনোযোগেৰে পঢ়ে আৰু



ৰাচিয়াৰ সমাজতান্ত্ৰিক বিপ্লৱৰ প্ৰতি আকৃষ্ট হয়। এবাৰ ঢাকালৈ যাওঁতে গোপাল বসাক নামৰ এগৰাকী নেতৃস্থানীয় কমিউনিষ্টক লগ পায়। দত্তই এনেদৰেই বে-আইনী কমিউনিষ্ট পাৰ্টিৰ লগত যোগসূত্ৰ স্থাপন কৰি ইংৰাজী আৰু বাংলা ভাষাত লিখা কমিউনিষ্ট সংগঠনৰ নানা কাগজ-পত্ৰ কংগ্ৰেছী কৰ্মী, যুৱক ছাত্ৰ আদিৰ মাজত বিতৰণ কৰিবলৈ ধৰে।

গোৱালপাৰালৈ নিখিল ভাৰত কৃষাণ সভাৰ সভাপতি স্বামী সহজানন্দ সৰস্বতী অহাত তেওঁ তেখেতক লগ ধৰি কৃষক সংগঠন গঢ়াৰ কথা চিন্তা কৰে। ঢেকীয়াখোৱাত বহা অসম কংগ্ৰেছৰ ৰাষ্ট্ৰীয় সন্মিলনত বনুৱা উপসমিতি এখন গঠন কৰি তেওঁ তাৰ সহকাৰী সম্পাদক হৈছিল, এনে বোধকৰো অসম কংগ্ৰেছৰ বনুৱা সংগঠনৰ প্ৰথম চিন্তা।

ইতিমধ্যে অসমত বিক্ষিপ্তভাৱে সমাজতান্ত্ৰিক সংগঠন গঠনৰ চিন্তা কৰি আছিল। বিশেষকৈ ডিব্ৰুগড়ত ডাঃ বিনয় চক্ৰৱৰ্তী, নীলমণি বৰঠাকুৰ, গোৱালপাৰাত পৱিত্ৰ ৰয় আৰু সাধু সিং আদিয়ে প্ৰচেষ্টা চলাইছিল, ৰে'লৱেতো শ্ৰমিক সংগঠনৰ যত্ন কৰিছিল। গোলাঘাটতো দত্তই এনে চিন্তা চৰ্চা আৰম্ভ কৰোতেই যদুনাথ শইকীয়া বেনাৰস হিন্দু বিদ্যালয়ত পঢ়ি এল, এল, বি পাছ কৰি গোলাঘাট কাছাৰীত ওকালতি আৰম্ভ কৰিছেহি। কমিউনিষ্ট আদৰ্শৰ লগত পৰিচিত আৰু মাৰ্ক্সীয় সাহিত্যত অধ্যয়নপুষ্ট শইকীয়াক লগ পাই বিশেষ উৎসাহিত হৈ পৰে।

তেওঁলোকে 'হালোৱা সংঘ' নামে এটি কৃষক সংগঠন গঢ়ে। কংগ্ৰেছে বহুতো ৰায়ত সভা পাতে। কংগ্ৰেছ কৰ্মীসকলৰ উপৰি দত্তই ছাত্ৰসকলৰ মাজতো প্ৰগতিশীল বীজ সিঁচে।

নিখিল ভাৰত ছাত্ৰ ফেডাৰেচনৰ যুটীয়া সম্পাদক বিশ্বনাথ মুখাৰ্জী অসম ভ্ৰমণলৈ আহি সিঁচৰতি হৈ থকা কমিউনিষ্ট ভাৱাপন্ন কৰ্মীসকলৰ মাজত যোগসূত্ৰ গঢ়ি তোলে। ১৯৪০ চনৰ ২৯/৩০ জানুৱাৰীত গোলাঘাটৰ মিছামৰাত এই কৰ্মীসকলৰ এক অভিবৰ্তন অনুষ্ঠিত হয়। ধীৰেন দত্তই এই অভিবৰ্তনৰ গুৰি ধৰিছিল। অসমৰ কংগ্ৰেছৰ বুকুতে থাকি সমাজবাদীসকলে অসম চচিয়েলিষ্ট গ্ৰুপ নামে এটি সংগঠনৰ সৃষ্টি কৰে এই মিছামৰা অভিবৰ্তনেই। প্ৰফুল্ল গোস্বামী এই দলৰ সাধাৰণ সম্পাদক, পৱিত্ৰ ৰয় আৰু যদু শইকীয়া যুটীয়া সম্পাদক নিৰ্বাচন হয়। পিচত কালক্ৰমত কমিনিষ্ট পাৰ্টিলৈ ৰূপান্তৰিত হৈ পৰে।

১৯৪২ চনত দত্তক নিৰাপত্তা বন্দী হিচাবে বৃটিছ চৰকাৰে আৱদ্ধ কৰি ৰাখে। ইতিমধ্যে দত্তই নানা ধৰণে কৃষক মজুদৰৰ মাজত কমিউনিষ্ট প্ৰভাৱ বৃদ্ধি কৰি তোলে। ১৯৪৩ চনৰ শেষ ভাগত কমিউনিষ্ট পাৰ্টিয়ে গোলাঘাটতেই সাংগঠনিক ৰূপ গ্ৰহণ কৰে।

১৯৪৮ চনত কমিউনিষ্ট পাৰ্টি বে আইনী হয়। বহুতো পলাতক হৈ থাকে, ধীৰেন দত্তকো কাৰাৰুদ্ধ কৰে। যোৰহাট জে'লত থকাৰ সময়ত জে'লৰ কিছু অব্যৱস্থাৰ প্ৰতিকাৰ জনাই ভালেমান কমিউনিষ্ট নেতাই অনশন ধৰ্মঘট কৰিছিল। সেইসকলৰ ভিতৰত

প্ৰমোদ গগৈ, চন্দ্ৰ ভূএগ্রা, বিনয় চক্ৰৱৰ্ত্তী, নিতাই গাংগুলী, জগন্নাথ ভট্ট প্ৰধান। ধীৰেন দত্তই ২৬ দিন অনশন কৰি অভিলেখ স্থাপন কৰে। তেওঁক তেতিয়া ততাতৈয়াকৈ মুক্তি দিয়ে।

তেওঁ ৰাজনৈতিক কৰ্মীয়েই নাছিল, অসমৰ প্ৰথম প্ৰগতিশীল কবিও আছিল। ১৯৩৪, ৩৫ চনত তেওঁ ভালেমান কবিতা লিখে। ১৯৩৫ চনত তেওঁৰ কিছুমান কবিতা আৰু গান সন্নিবিষ্ট কৰি অভিযান' নামৰ এখনি পুস্তিকা প্ৰকাশ কৰে। বিপ্লৱী চিন্তাধাৰা কঢ়িয়াই আনে। তেওঁ প্ৰকাশিত এই কিতাপখনৰ উপৰি, বাঁহী, অসমৰ ৰাইজ, আৱাহন আৰু মিলনত কবিতা লিখিছিল। মিলনত লিখা 'কাঠ মিস্ত্ৰীৰ ঘৰ' আৰু সতী জয়মতী উৎসৱত( শিৱসাগৰ জয়সাগৰত বহা সভাত পঠিত) পাঠ কৰা 'জয়া মৰা নাই' কবিতা দুটি উৎকৃষ্ট কবিতা। তেওঁ কিছু বাংলা কবিতা লিখি ছিলেটৰ পৰা প্ৰকাশিত 'নয়া দুনিয়াত' প্ৰকাশ কৰিছিল, ১৯৭১ চনৰ ২৬ জানুৱাৰীৰ দিনা গোলাঘাট কবি চক্ৰই ধীৰেন দত্তৰ কাব্য প্ৰতিভাক আদৰণি জনাই সন্মানিত কৰে।

তেওঁ এজন গায়ক আছিল। তেওঁৰ গলা বৰ ভাল আছিল। বিশ্ব বিজয়ী নৱজোৱান, লুইতৰ পাৰৰে আমি ডেকা ল'ৰা, মুক্তি যুদ্ধৰ সৈনিক আমি মৰিবলৈ ভয় নাই, আদি গীত তেওঁ উদ্দাত্ত স্বৰে পৰিৱেশন কৰিছিল। তদুপৰি তেওঁৰ স্বৰচিত 'উঠ খেতিয়ক নাঙল চলা, কাৰ কান্দোনত স্বৰগ ভাগি আন্তৰ্জাতিক শ্ৰমিক কৃষকৰ সঙ্গীত জাগা, জাগা, জাগা অনশন বন্দী, আদিও তেওঁ সভাই সমিতিয়ে পৰিৱেশন কৰি জনতাক আকৰ্ষিত কৰিছিল, এই আন্তৰ্জাতিক সঙ্গীতটো তেওঁৱেই অসমীয়া ভাঙনি কৰিছিল।

তেওঁ এজন সুবক্তা আছিল। কৃষক বনুৱা, ছাত্ৰ, যুৱক, মধ্যবিত্ত, বুদ্ধিজীৱী শ্ৰেণী আদি সকলোৰে মন যোগোৱাকৈ তেওঁ নিৰহ-নিপানি অসমীয়াত বক্তৃতা দিব পাৰিছিল। তেওঁৰ মাত ডাঙৰ থকা বাবে সভা জিন নিওৱাকৈ বক্তৃতা দিবলৈ সক্ষম হৈছিল।

দত্ত এজন বিশিষ্ট সমাজসেৱী আছিল। কংগ্ৰেছকৰ্মী হৈ থকাৰ পৰাই তেওঁ ৰাজহুৱা নানা কামত লিপ্ত আছিল। দুৰ্গতজনক শুশ্ৰূষা কৰা, বানপীড়িত লোকৰ মাজত নানা বয়বস্তু বিতৰণ কৰা, অস্পৃশ্য মৃত লোকৰ শ দাহ কৰাত আগভাগ লোৱা আদি নানা কামত তেওঁ প্ৰবৃত্ত আছিল।

আজীৱন নানা নিৰ্যাতন বুকু পাতি লৈ দেশৰ কামত ব্ৰতী হ'লেও তেওঁ শেষ বয়সত সংসাৰিক হৈ পৰিছিল। কমিউনিষ্ট পাৰ্টিৰ কৰ্মী হিচাবে পাৰ্টিৰ কামত ব্যস্ত হৈ থাকোতেই তেওঁ কুৱালগুৰি অঞ্চলৰ শৈল্যপ্ৰভাৰ পাণি গ্ৰহণ কৰে, এই গৰাকীও কমিউনিষ্ট কৰ্মী আছিল। তেওঁৰ নিজা মাটি-বাৰী ভায়েকক দি অনাই বনাই ফুৰিছিল। পাৰ্টিৰ কাৰ্যালয়েই আছিল ঘৰ, পৰিয়াল পুহিবলৈ তেওঁ গোলাঘাট চক্ বজাৰত কিতাপৰ দোকান এখন তৰিছিল। তেওঁ কিন্তু পাৰ্টিৰ কামত কেতিয়াও অৱহেলা কৰা নাছিল। তেওঁৰ পাঁচটি সন্তান আছিল।

ধীৰেন দত্ত শেহতীয়াকৈ কমিউনিষ্ট পাৰ্টিৰ বহুতো গুৰুত্বপূৰ্ণ পদৰ দায়িত্বত আছিল।



তেওঁক পাৰ্টিৰ কণ্ট্ৰোল কমিচনৰ সভাপতি পাতিছিল। মৃত্যু পৰ্যন্ত তেওঁ সেই পদত অধিষ্ঠিত আছিল। গোলাঘাট জিলা কৃষক সভাৰ সভাপতি, পাৰ্টিৰ জিলা কমিটিৰ সদস্য আদিৰ পদো গ্ৰহণ কৰিছিল। খাদ্য আন্দোলন, ভূমি আন্দোলন, উচ্ছেদ বিৰোধী আন্দোলন আৰু মাজে সময়ে দেশত সংগঠিত হোৱা নানা আন্দোলনত তেওঁ সদায়েই সহযোগ কৰিছিল।

তেওঁ কঠোৰ পৰিশ্ৰমী আছিল। নাখাই নবই হ'লেও দেশৰ কামত অবিৰাম ব্যস্ত আছিল। অতি তল শ্ৰেণীতে স্কুল এৰিলেও তেওঁ 'নিজৰ অধ্যয়নৰ দ্বাৰা ইংৰাজী' বাংলা আদি নানা ৰাজনৈতিক গ্ৰন্থ অধ্যয়ন কৰি তাৰ সাৰমৰ্ম হৃদয়ঙ্গম কৰিব পাৰিছিল। ৰবীন্দ্ৰ নাথ ঠাকুৰ, নজৰুল ইচলাম, জ্যোতিপ্ৰসাদৰ বহুতো কবিতা সলসলীয়াকৈ আবৃত্তি কৰিব পাৰিছিল। দেশৰ কামত কাৰাবৰণ কৰা আৰু পলাতক হৈ থাকিব লগীয়া হোৱাত তেওঁ নিয়মীয়া জীৱন যাপনৰ সুযোগ নাপাইছিল। এটা অসংলগ্ন জীৱন যাপন কৰিছিল। পিন্ধন-উৰণত তেনেই অপৰিপাটি। যিহকে পাই তাকেই পিন্ধিছিল। আজীৱন খদ্দৰ পৰিধান কৰিছিল। জীৱনত ধোবাৰ হতুৱাই কাপোৰ ধোৱাই নাপালে। সদাই নিজেই ধুই লৈছিল। তেওঁ কঠোৰ পৰিশ্ৰমী আছিল। বাটকুৰী বাই, চাইকেল মাৰিয়েই অনৰ্গল সভা সমিতিত যোগ দিছিল। খোৱা বোৱাত বিশেষ লাগ বান্ধ নাছিল। যাৰ ঘৰত যিহকে পায় তাকেই খাইছিল। তেওঁ গোলাঘাটৰ পৰা গুৱাহাটীলৈকে চাইকেলেৰে গৈছিল। তেওঁ বৰ নিষ্ঠাবান কৰ্মী আছিল। নিজ কৰ্ত্তব্যৰ প্ৰতি সদায় সতৰ্ক আছিল। দেশৰ কামেই আছিল তেওঁৰ মুখ্য কাম। ঘৰুৱা কাম বুলিবলৈ একোৱেই নাছিল। সকলো স্তৰৰ মানুহৰ মাজত সম ব্যৱহাৰ কৰি তেওঁ চলিব পাৰিছিল। পৰিয়ালক পোহপাল দিয়াত অভাৱে তাড়না দিছিল যদিও তেওঁ হতাশ হোৱা নাছিল, দেশৰ কামত অৱহেলা কৰা নাছিল।

নানা দুখ কষ্টই আজীৱন বেৰি ধৰিলেও তেওঁৰ স্বাস্থ্য ভাল আছিল। ১৯৭২ চনৰ অসমীয়া ভাষাৰ মাধ্যম আন্দোলনৰ সময়ত ৰাজ্য জুৰি অশান্তিয়ে দেখা দিয়া সময়ত ধীৰেণ দত্তই শান্তি সম্প্ৰীতি ৰক্ষাৰ বাবে অহৰ্নিশে খাটিব ধৰিলে, তেনে সময়তেই তেওঁ হঠাৎ অসুস্থ হৈ পৰে, তেওঁ হস্পিতালৰ আশ্ৰয় ল'ব লগাত পৰে, অৱশেষত সেই চনৰে ২২ অক্টোবৰ দিনা যোৰহাট চিভিল হস্পিতালত তেওঁ ইহ লীলা সম্বৰণ কৰে।

তেওঁৰ মৃত দেহ গোলাঘাটলৈ অনা হয়। গোলাঘাটত ১৪৪ ধাৰা কাৰফিউ চলি থকা অৱস্থাতো বিশিষ্ট নাগৰিক, বিভিন্ন ৰাজনৈতিক দলৰ নেতা, গণ সংগঠনৰ কৰ্মী, ছাত্ৰ যুৱক আদি বহুলোকৰ দ্বাৰা গঠিত সমদলেৰে দত্তৰ মৃত শৰীৰ নগাবালি শ্মশানলৈ নি মৰ্যদা সহকাৰে সমাধিস্থ কৰে।■

# চিৰবিপ্লৱী ধীৰেন দত্তৰ সান্নিধ্যৰ স্মৃতিৰে

☼ভবেশ শইকীয়া

সাম্রাজ্যবাদী বৃটিছ চৰকাৰৰ বিৰুদ্ধে সংগঠিত হোৱা জাতীয় মুক্তি আন্দোলনৰ বুকুতেই এমুঠিমান বিপ্লৱীয়ে প্রকৃত জনমুক্তিৰ হেঁপাহ বুকুত বান্ধি জীৱন উৎসর্গা কৰিছিল। জনগণক শোষণৰ পৰা মুক্ত কৰি এখন শ্রেণীহীন সমাজ ৰচনাৰ বাবে সংগ্ৰাম আৰম্ভ কৰিছিল এইসকলে। কংগ্রেছৰ বুকুতেই আজীৱন সক্রিয় বিপ্লৱী হৈ জনগণক সমাজতন্ত্রৰ পথলৈ নিয়াৰ প্রচেষ্টা আৰম্ভ কৰা এইসকলৰ ভিতৰৰে গোলাঘাটৰ ধীৰেন দত্ত। অসমত সমাজতান্ত্রিক সংগঠন গঢ়াৰ অন্যতম বাটকটীয়া ধীৰেন দত্ত। এই গৰাকী ব্যক্তিৰ দেশাত্মবোধ, ত্যাগ অদ্বিতীয়। গোলাঘাটৰ ৰাজনৈতিক বুৰঞ্জীত ধীৰেন দত্ত এক উজ্বল তৰা হিচাপে চিৰদিন জিলিকি থাকিব।

এইগৰাকী মহান ব্যক্তি, চিৰবিপ্লৱী আৰু প্ৰগতিশীল সাহিত্যৰ অন্যতম বাটকটীয়াৰ জন্ম শতবৰ্ষৰ তেওঁৰ সান্নিধ্যৰ স্মৃতিৰে দুটিমান কথা লিখাৰ প্রয়াস কৰিছোঁ। তেওঁৰ সান্নিধ্য লাভৰ আমাৰ সৌভাগ্য ঘটিছিল। কেৱল সেয়ে নহয় জীৱনৰ এচোৱা মূল্যৱান সময় তেওঁৰ সতীর্থ হৈ একেলগে সাম্যবাদী আদৰ্শত বাট বুলিছিলোঁ। সেয়ে তেওঁৰ জীৱনৰ বহুবোৰ ঘাত-প্রতিঘাতৰে তেওঁৰ জীৱনৰ লগৰীয়া বুলিবৰ মন যায়। ধীৰেন দত্তই জনগণৰ মুক্তিৰ যাত্ৰাত বাছি লৈছিল কাঁইটীয়া পথ। তেওঁ ভাবিছিল আমাক কৈছিল— 'যি জীৱনত সংঘাত নাই, সেই জীৱন জীৱন নহয়।'

আমাৰ ঘৰ কংগ্রেছী ভলণ্টিয়াৰৰ ঘৰ আছিল। ১৯২১ চনৰ জাতীয় আন্দোলনতেই বোকাখাত অঞ্চলৰ প্ৰথম জন কংগ্ৰেছী ভলণ্টিয়াৰ আমাৰ দদাইদেউ কমল চন্দ্ৰ শইকীয়াৰ তেতিয়াৰে পৰা গোলাঘাটৰ সেই সময়ৰ সকলো নেতৃস্থানীয় কংগ্রেছী আহি আমাৰ ঘৰতেই আশ্রয় লৈছিল। ১৯৩০-৩১ চনৰ অসহযোগ আন্দোলনৰ পিছত আমাৰ ককাইদেউ চিদানন্দ শইকীয়া, ঘনকান্ত শইকীয়া গোলাঘাটত পঢ়িবলৈ যায়। পিতৃ বিয়োগত ঘনকান্ত শইকীয়াই পঢ়া এৰি আহিব লগীয়া হ'ল যদিও চিদানন্দ শইকীয়া বিপ্লৱী বীৰ শংকৰ বৰুৱাৰ বাৰীতে খেৰি ঘৰ একোটা সাজি বাস কৰা দূৰ দূৰণিৰ ছাত্ৰৰ লগতে থাকিবলৈ লৈছিল। তেতিয়াৰ নৱ প্ৰজন্মৰ মনত দেশাত্মবোধ, দেশপ্রেম জাগ্রত কৰি তোলাত অফুৰন্ত কৰ্মপ্ৰেৰণাৰ বলিষ্ঠ যুৱক ধীৰেন দত্তই আছিল একমাত্র ব্যক্তি ১৯৩০-৩২ চনৰ আইন অমান্য আন্দোলনৰ সময়ৰ কংগ্রেছ স্বেচ্ছাসেৱক বাহিনীৰ দত্ত আছিল অধিনায়ক। তেওঁৰ নেতৃত্বৰে বহু যুৱক ওলাই আহিছিল। ১৯৩৮ চনত গোলাঘাটত অসম ৰাষ্ট্ৰীয় কংগ্ৰেছৰ সন্মিলনত দত্তই স্বেচ্ছাসেৱক বাহিনীৰ অধিনায়ক হিচাপে বিশেষ



কৃতিত্ব প্রদর্শন কৰিছিল। ধীৰেন দত্তই ১৭ বছৰ বয়সতে বিপ্লৱী বীৰ শংকৰ বৰুৱাক লগ পাই কংগ্রেছত যোগদান কৰিছিল। এইয়া ১৯২৮ চনৰ কথা। কংগ্রেছী হ'লেও দত্তই ৰাছিয়া সমাজতান্ত্রিক বিপ্লৱ, চিটাগঙৰ বিদ্রোহীৰ কার্যকলাপৰ ভু লৈছিল। তেওঁ ৰবীন্দ্রনাথৰ 'ৰাছিয়াৰ চিঠি' পঢ়ি বিশেষভাৱে সমাজতান্ত্রিক চিন্তাধাৰাৰ প্রতি আকৃষ্ট হৈছিল। তেওঁ কমিউনিষ্ট পাৰ্টিৰ ইংৰাজী আৰু বাংলা ভাষাত লিখা কাগজপত্র আনি গোপনে কংগ্রেছ কৰ্মী আৰু ছাত্ৰ যুৱকৰ মাজত বিতৰণ কৰিছিল। ১৯৪০ - ৪২ চনত অসম ছাত্র-সন্মিলনৰ সম্পাদক হৈছিল চিদানন্দ শইকীয়া। এওঁক দত্তই সমাজতান্ত্রিক চিন্তাধাৰাত উদ্বুদ্ধ কৰে। সেই আপাহতে তেওঁ আমাৰ ঘৰলৈ আহে। আমি প্রাইমেৰী স্কুলত পঢ়ি থকাৰ অৱস্থাতেই প্রথম দেখা পাইছিলো এইজন ব্যক্তিক। সুন্দৰ চেহেৰাৰ নোদোকা এজন ডেকা। তেতিয়াৰে পৰা আমাৰ ঘৰলৈ তেওঁ মাজে মাজে আহে। আমি যেতিয়া হাইস্কুলৰ সপ্তম, অষ্টম মানৰ ছাত্র, তেতিয়া তেওঁ আমাৰ লগৰীয়াবোৰক গোটাই ছাত্রাবাসত তেওঁ আলোচনাত ব্যস্ত হয়। আমাক দেশ, দেশপ্রেম, সমাজ, অৰ্থনীতি মানুহৰ ক্ৰমবিকাশ আদি বিষয়বোৰ ওপৰত স্থান দিয়ে। ১৯৪৬ চনত বোকাখাত অসম ছাত্র সন্মিলনৰ শাখা স্থাপন। সেই বছৰেই শাখাৰ অধিৱেশন অনুষ্ঠিত হয়। ধীৰেন দত্তই বাহিৰে বাহিৰে থাকি আঁত ধৰিছিল। বাহৰ পাতিছিল আমাৰ ঘৰতেই। এইজন ধীৰেন দত্তই পৰিধান কৰিছিল খদ্দৰৰ বহল পাইজামা আৰু বহল হাতৰ পাঞ্জাবী। ঠাণ্ডা দিনত তেওঁ এটা ক'লা কোট পিন্ধিছল। ১৯৪৮ চনত স্কুল চৌহদত ছাত্রসন্মিলনৰ সভা পতা ছাত্ৰ আছিল ধীৰেন দত্তৰ। সেইদিনা সভাৰ শেষত সুৰেন গগৈ, ইন্দ্ৰেশ্বৰ হাজৰিকা, নিৰ্মল বৰা আদিৰ লগত আটায়ে পলাই গৈ কুৰুৱাবাহীত আছিলোঁ।

আমিবোৰ হাইস্কুলৰ ওপৰ শ্রেণীত পঢ়াৰ সময়ত ধীৰেন দত্তই একোখন ডাঙৰ কিতাপ লৈ ফুৰিছিল। আমাৰ ঘৰত দুপৰীয়া খাই বৈ সেই কিতাপখন পঢ়িছিল। সেইখনেই আছিল মাৰ্ক্সবাদৰ মূল পুথি। ষষ্ঠ শ্রেণীতেই আনুষ্ঠানিক শিক্ষা সাং কৰা মানুহজনে ইংৰাজী মাধ্যমৰ কিতাপ পঢ়ি হজম কৰিব পাৰিছিল। তীক্ষ্ণ বুদ্ধিসম্পন্ন মানুহজনে জে'ল জীৱনতেই বহু কিতাপ অধ্যয়ন কৰিছিল। মোৰ প্ৰৱন্ধৰ মূল বিষয়বস্তু সানিধ্যতাৰ মাজতেই সীমাবদ্ধ ৰাখিছোঁ।

আমি ১৯৪০ চনতেই পার্টিৰ (কমিউনিষ্ট পার্টিৰ) সান্নিধ্যত এক নতুন পৰিৱেশ পাইছিলোঁ। ১৯৪২ চনৰ চিম্বৰ মাহত পাৰ্টিৰ এখন অভিৱক্তনত গোলাঘাট নগৰত অনুষ্ঠিত হৈছিল। মোৰ ককাইদেউ চিদানন্দ শইকীয়া তেতিয়া ছাত্রনেতা। দ্বিতীয় জন ককাইদেউ লোকনাথ শইকীয়া ছাত্র সন্মিলনৰ সদস্য। দুয়ো গোলাঘাটলৈ অন্যান্য ছাত্ৰৰ লগত ছাত্রাবাসত থাকে। সেয়ে ময়ো অভিবৰ্তন চোৱাৰ মনেৰে তাত আছিলোগৈ। ধীৰেন দত্তই এই শিবিৰ পৰিচালনাৰ দায়িত্ব লৈছিল। কিমান ব্যস্ত মানুহজন। এটা আদৰ্শত উদ্বুদ্ধ হৈ নিজক সেই

আদৰ্শত বিলীন কৰিব পৰা মানুহ ধীৰেন দত্তক তেতিয়া দেখিছিলোঁ। তেতিয়াই অসমত কমিউনিষ্ট পাৰ্টি গঠন কৰা সেই ব্যক্তিসকলৰ প্ৰথম দেখা পাইছিলোঁ। ধীৰেন দত্তই তেজস্বী বক্তৃতা দিব পাৰিছিল। তেওঁৰ বক্তৃতাত আঁখে ফুটিছিল। ঘণ্টা জুৰি বিষয় বস্তু সৰ্বসাধাৰণ ৰাইজে বুজাকৈ বক্তৃতা দিছিল। আজিও মনত পৰে দ্বিতীয় তেল শোধনাগাৰ আন্দোলন চলি থকা অৱস্থাত বোকাখাতত ৰাজহুৱা সভা পতা হৈছিল। তাত মূল বক্তা ধীৰেন দত্ত। তেওঁৰ উদাত্ত কণ্ঠৰ বক্তৃতা। সমবেত ৰাইজে নিস্তব্ধ হৈ শুনিছিল। ১৯৪৬ চনত বোকাখাতত প্ৰথমখন কৃষক আন্দোলন হৈছিল। কৃষক সমাৰেশত তেওঁ দিয়া বক্তৃতা আমি প্ৰথম শুনিছিলোঁ। ১৯৫১ চনত আমি কমিউনিষ্ট পাৰ্টিৰ সদস্য পদ লাভ কৰাৰ পিচত ধীৰেন দত্তক পৰিয়ালৰ এজন হিচাবে পাইছিলোঁ। তেওঁৰ লগত একে লগে সভা সমিতিলৈ গৈছিলো। সুৰেন গগৈৰ সৈতে আমি মুকলি সভাৰ আৰম্ভণিতে ধীৰেন দত্তৰ লগত সমবেত সঙ্গীত গাইছিলোঁ। কোনো বাদ্যযন্ত্ৰ নাই। সন্মুখত মাইক।
বিদ্ৰোহী কবি নজৰুলৰ কবিতা -

উৰ্দ্ধ গগণে বাজে মাদল
নিম্নে উতলা ধৰণী তল
চলৰে চলৰে চল। ইত্যাদি।

আকৌ কোৱা হৈছিল - 'জাগা কৃষক শক্তিৰ দল' - ইত্যাদি।

পাৰ্টিৰ শিক্ষা শিবিৰ প্ৰায় ৰাতি অনুষ্ঠিত হৈছিল। কেতিয়াবা ৰাতিয়ে দিনে তিনি দিন পৰ্যন্ত চলিছিল। এইবোৰতো ধীৰেন দত্ত থাকেই। তেওঁ গাইড লাইন দিয়ে। কোনো নামঘৰ, কোনো ক্লাব ঘৰ আদিত শিবিৰ অনুষ্ঠিত হৈছিল। এনে শিবিৰত বহু ৰাতি হ'লে নিশাটো শিবিৰ থলীতে কটোৱা হয়। ধীৰেন দত্তই মাটিতে পাৰ্টি পাৰি পীৰা এখন গাৰু কৰি শুই যায়। তেওঁ মানুহজন শকত, গাঠলু, আছিল। শুলে তেওঁৰ নাক বাজে। কাষত থকাবোৰে বৰ আমনি পায়। কেতিয়াবা নাক বজালে ৰগৰ কৰা হয়। এবাৰ এনেদৰে শোওঁতে দুলাল খাউণ্ডে এইয়া ৰে'ল চলিছে। ধীৰেনদা গ'ল । উঠিল বাকীবোৰৰ হাঁহি। দত্তৰ টোপনি ভাগিল । খং কিন্তু নুঠিল। হাঁহি এটা মাৰি বাগৰ সলালে।

ধীৰেন দত্তই আত্মগোপন কৰা সময়ৰ বহু কথা। সেই সময়ত তেওঁ বহুৰূপী। এখন পুৰণা চাইকেল লৈ খাকী লংপেন্ট পিন্ধি ফুৰিছিল। আমি এই সাজত তেওঁক লগ পাইছিলোঁ। ১৯৫২ -৫৩ চনৰ তেওঁৰ লগত সুদীৰ্ঘ দিন একেলগে থকাৰ মাজেদি তেওঁৰ চাৰিত্ৰিক দিশৰ বহু সন্দেদ পাইছিলোঁ। মানুহজন মিতব্যয়ী। তেতিয়াৰ দিনত তেওঁ বজাৰলৈ গৈ এচিটা ৰঙালাও কিনি আনে। এই ৰঙালাওঁৰ লগত দুটা আলু দি সিজাই পিটিকা কৰে, আমি দুয়ো খাওঁ। পাৰ্টিৰ সৰ্বহাৰা, সেয়ে দত্তই 'হিচাপী' হৈ জীৱন যাপন কৰিছিল। তেওঁৰ জীৱনত বিলাসীতা নাইবা আভিজাত্যৰ কোনো প্ৰভাৱ পৰা নাছিল। 'য'তে ৰাতি ত'তে কাটি'। বোলা বাক্যশাৰি তেওঁৰ গাতে খাটিছিল। এটা কামিজ আৰু এখন ধুতীৰেই তেওঁ বহুদিন কটাইছিল। গোলাঘাটৰ তাৰাপ্ৰসাদ বৰুৱাৰ এটি এৰা পৰা ঘৰতে এসময়ত কমিউনিষ্ট পাৰ্টিৰ অফিচ আছিল। ধীৰেন দত্ত সৰ্বক্ষণ কমিউনিষ্ট। নিজা বুলিবলৈ তেওঁৰ ঘৰ নাই। পুৰণি টিনপাতৰ ঘৰ। বেৰৰ লিপাবোৰ এৰাই গৈছে। ৰ'দ-বৰষুণ বিনা বাধাই প্ৰৱেশ কৰিব পৰা অৱস্থা। এটা মাত্ৰ আহল বহল কোঠা। দুখন তক্তাপোচ। এখন সৰু এখন ডাঙৰ। দুখন কাঠৰ চকী। বেৰত আঁৰি থোৱা আছে লেনিনৰ ফটো। থুলন্তৰ চেহেৰাৰ ষ্টেলিনৰো এখন। কাঁচি, হাতুৰীৰ ৰক্ত পতাকা এখন। এয়েই কমিউনিষ্ট পাৰ্টিৰ গোলাঘাট জিলাৰ অফিচ। তাতে ধীৰেন দত্ত থাকে। পিছফালৰ টিনৰ বাৰান্দাতে ৰন্ধাবঢ়াৰ প্ৰয়োজনীয় দুই এপদ সামগ্ৰী। এডাল ৰচীত তেওঁৰ ওলোমাই থোৱা কাপোৰ। কাপোৰ মানে এখন গামোচা, এখন ধুতি, আৰু এটি ছাৰ্ট। ঘৰত পিন্ধা লুঙিৰ নামত এডোখৰ ধুতি। মাজে মাজে ধীৰেন দত্ত নোহোৱা হয়। ভিতৰুৱা গাঁৱলৈ যায়। এই অফিচটোৰ কাষতে পথৰ বিপৰীতে আমিও আছিলোঁ । সেয়ে মাজে মাজে দুয়ো লগ লাগি একেলগে নিশাৰ আহাৰ কৰোঁ। কেতিয়াবা আমিষ আহাৰৰ সৌভাগ্য ঘটিলে তেওঁৰ যে কি আনন্দ। মোক কয়- 'ভৱেশ' আজি কিন্তু ৰন্ধাৰ পাল মোৰ। কেতিয়াবা ৰাতি দুয়ো অফিচটোতে কটাইছিলোঁ। আগতে উল্লেখ কৰা কমিউনিষ্ট পাৰ্টিৰ অফিচত থাকোতেই ১৯৫২ চনত ধীৰেন দত্তই কমিউনিষ্ট সদস্যা শৈলপ্ৰভা বৰাক বিয়া কৰাই আনে। এই অফিচতে দুয়ো সৰ্বক্ষণ কৰ্মী হিচাবে জীৱন যাপন কৰে। সেই সময়ত গোলাঘাট নগৰত আমি কেইজনমান মুষ্টিমেয় কমিউনিষ্ট আছিলোঁ। মই যুৱ ছাত্ৰ ফ্ৰন্টৰ কামত জড়িত আছিলোঁ। ধীৰেন দত্তৰ পৰিয়ালটিক সকলো ক্ষেত্ৰতে সহায় সহযোগত ব্যস্ত আছিলোঁ। দত্তৰ প্ৰথম জীয়ৰী সত্যমণি জন্মৰ পিছত পৰিয়ালৰ সংখ্যা বঢ়াত সেই ঘৰটিতে কটাইছিল। পিন্ধা কাপোৰ কানিৰ উপৰি বিচনাৰ কাপোৰ কানিৰো অভাৱ। এনে পৰিস্থিতিত পাৰ্টিৰ সদস্যসকলে সহায় কৰিছিল। পৰিয়াল বঢ়াত ল'ৰা-ছোৱালী কেইটিক তক্তাপোচত শুৱাই দত্তই মাটিতে শুইছিল। মানুহজনে এইবোৰত গুৰুত্ব আৰোপ কৰা নাছিল। পাৰ্টিয়েই তেওঁৰ বাবে সৰ্বস্ব। পৰিয়ালটো পাৰ্টিৰ বুলিয়েই কৈছিল।

পৰৱৰ্তী পৰ্যায়ত দত্তই যদুনাথ শইকীয়াৰ বাৰীৰ পিছফালে খেৰীঘৰ সাজি কিছুদিন আছিল। সেই সময়ত তেওঁৰ বৃদ্ধা মাকক নিজৰ লগত ৰাখিছিল। বৰ মৰমীয়াল আইতা। সেই ঘৰটিত আমিও মাজে সময়ে আহাৰৰ সংগী হৈছিলো। আইতাক মাজত বহুৱাই ল'ৰা-ছোৱালী কেইটাক চাৰিওফালে লৈ দত্তই দুপৰীয়া আহাৰ খাই তৃপ্তি পায়। নিৰামিষ আমিষৰ কথা নাই। সাম্য দৰ্শন। নগৰত নবদ্বীপ নামৰ এজন দৰ্জী, মজুমদাৰ,

সুৰেন গগৈ , মই- আছিলো কমিউনিষ্ট । যদুনাথ শইকীয়া, প্ৰফুল্ল চলিহা জ্যেষ্ঠজন। আমি কেউজনে বিপদে আপদে দত্তৰ পৰিয়ালক চোৱা-চিতা কৰিব লগীয়া হৈছিল।

ধীৰেন দত্ত সুস্থ সবল এজন ব্যক্তি। গৰম তেওঁ মুঠেই সহ্য কৰিব নোৱাৰিছিল। ৰ'দত ঘামি জামি আহোঁতে বাটৰ পৰাই চোলা খুলি আহে। গৰমৰ দিনত গেঞ্জি নিপিন্ধেই। কেতিয়াবা ৰ'দত মোৰ ওচৰলৈ আহিলে দূৰৰ পৰাই চোলা খুলি মূৰত চোলাটো পেলাই ভিতৰত সোমায়েই কবিতা আবৃত্তি কৰিবলৈ লয়। 'জয়া মৰা নাই' তেওঁ প্ৰিয় কবিতা। সেই কবিতাটি আবৃত্তি কৰে। আবৃত্তি কৰোতে তেওঁ মুখ মণ্ডলত অলৌকিক এটা জ্যোতি ফুটি উঠে। মই স্তব্ধ হৈ তেওঁৰ মুখলৈ চাই থাকোঁ। খোজ চুটি চুটি কৈ দি খৰকৈ যোৱাৰ অভ্যাস দত্তৰ। সেয়ে তেওঁৰ লগত গ'লে মাজে মাজে দৌৰিব লগীয়া হয়। মানুহজন সদায় তজবজীয়া, নিৰ্ভীক, স্পষ্টবাদী তেওঁ মাৰ্ক্সীয় দৰ্শনত উদ্বুদ্ধ হৈ কমিউনিষ্ট পাৰ্টিতেই সমগ্ৰ জীৱন শেষ কৰি দিলে। পাৰ্টিয়েই তেওঁৰ পৰিয়াল। সেয়ে তেওঁৰ পৰিয়ালটিক পাৰ্টিৰসদস্যসকলে ভৰণ-পোষণ দিলে। তেওঁ বহু নিশালৈকে পঢ়ে। পাৰ্টিৰ ইংৰাজী, বঙলা আৰু অসমীয়াৰ সমস্ত কিতাপ পঢ়ে। ৰাজনীতিৰ দিশত গভীৰ অধ্যয়ন আছিল। অসমৰ কমিউনিষ্ট পাৰ্টিৰ অন্যতম সম্পাদক ধীৰেন দত্তই পাৰ্টিৰ বিভাজনৰ সময়তো মূল পাৰ্টিতেই ৰৈ গ'ল। দৈন্য আৰু দৰিদ্ৰতাক আঁকোৱালি লৈ জীৱন নিৰ্বাহ কৰা মানুহজনে কোনো দিন ভাগৰি পৰা নাছিল। আদৰ্শত অটল থাকি পাৰ্টিয়েই সৰ্বস্ব বুলি মৃত্যু পৰ্যন্ত সমগ্ৰ গোলাঘাট জিলাখনত কৃষক সংগঠন গঢ়ি তুলিছিল। তেওঁ সদায় হাস্যমুখি। সতীৰ্থ মহল তেওঁ খুহুতীয়া কথাৰে ৰগৰ তুলিছিল। ধীৰেন দত্ত আজীৱন সংগ্ৰামী। সেয়ে তেওঁক সদায় উত্তেজনামূলক পৰিৱেশ লাগে।

ধীৰেন দত্তৰ সান্নিধ্যৰ মাজতেই আৱদ্ধ ৰাখি প্ৰবন্ধটি লিখা হ'ল। তেওঁৰ জীৱনৰ অন্য দিশসমূহ আঁতৰাই ৰাখি লিখিলোঁ। সংগ্ৰামী জীৱনটো হঠাৎ ১৯৭২ চনৰ ২২ অক্টোবৰৰ দিনা আমাৰ মাজৰ পৰা নাইকিয়া হ'ল। সেই বছৰৰ অক্টোবৰ, নৱেম্বৰ মাহত অসমীয়া ভাষা আন্দোলনত ৰাজ্যখন উত্তপ্ত। তেওঁৰ মৃত্যুৰ এদিনৰ আগত যোৰহাটলৈ কমিউনিষ্ট পাৰ্টিৰ ৰাষ্ট্ৰীয় নেতাৰ আগমন। নগৰত ১৪৪ ধাৰা আৰু কাৰ্ফিউ তাৰ মাজতেই সভা চলিছে। এই সভাত এই লিখকো উপস্থিত আছিল। সেই সভাত দত্তৰ অসুখৰ কথা গম পোৱা গ'ল। তাৰ দুদিনৰ পিছত তেওঁৰ মৃত্যু ঘটে।

এই গৰাকী সংগ্ৰামী পুৰুষৰ সান্নিধ্য সুঁৱৰি এইখিনি লিখাৰে আজিৰ শতবৰ্ষৰ অনুষ্ঠানত শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিলোঁ।■

ঃঃঃ



# মানুহৰ বাবে কবি হোৱা মানুহজন

☼ সত্যমণি দত্ত

মোক যদি কোনোবাই দহোটা শ্ৰেষ্ঠ অসমীয়া কবিতাৰ নাম সোধে, তাৰ মাজত এটা হ'ব- 'কাঠ মিস্ত্ৰীৰ ঘৰ'- নৱকান্ত বৰুৱা। (প্ৰবন্ধ-'ধীৰেন দত্তৰ কবিতাৰ সৌঁৰৰণত') 'ধীৰেণ দত্ত' আছিল মোৰ পিতৃদেৱ।

মোৰ দেউতাই নিজৰ ঘৰত. নিৰ্দিষ্ট টেবুলত বহি নিৰলে কাব্য চৰ্চা কৰা নাছিল। কবিতা লিখিছিল জে'লত, জে'লৰে সৰু কোঠাৰ চেলত, আৰু বেদুইনৰ দৰে পুলিচৰ পৰা পলাই ফুৰোতে তৰাণি আদি বনাঞ্চলত। সেয়ে দেউতাৰ কবিতা সংৰক্ষণো হোৱা নাছিল, দেউতা আছিল স্বাধীনতা সংগ্ৰামী। কবিতা লিখিছিল মানুহৰ বাবে, কেৱল কলা সৃষ্টিৰ বাবে নহয়। কবিতাবোৰ আবৃত্তি কৰিছিল মেলে মিটিঙে—

'উঠা মিস্ত্ৰী, কহাঁৰ কমাৰ
আন্ধাৰৰ শেষ আহিল তোমাৰ'

এই আন্ধাৰ শেষ কৰিবলৈ তেওঁ জনতাৰ মনত নতুন গানৰ সৃষ্টি কৰিছিল-

'আমাৰ যি ভাষা হ'ব
সেই ভাষা কেৱে শুনা নাই,
আমাৰ যি গান হ'ব
সেই গান কেৱে গোৱা নাই।'

এই দেউতাক আমি ব্যক্তিগত জীৱনত কেনেদৰে পাইছিলোঁ। তাৰেইহে কিছু আভাস দিওঁ। তাৰ আগতে কিছু অতীতলৈ উভতি যাব লাগিব।

১৯৪৯ চনত ভাৰত ৰক্ষা আইন মতে এজন বিপ্লৱী ডেকাক পুলিচে বান্ধিচাটি যোৰহাট জেল পোৱালেহি। 'সদ্য স্বাধীনতা পোৱা মোৰ স্বাধীন পুলিচ' ডেকাৰ লগত ১৩০০ কমিউনিষ্ট পাৰ্টিৰ সদস্যৰে জে'ল ভৰ্ত্তি হৈ আছিল। স্বাধীনতাৰ পাছত স্বপ্নভঙ্গ হোৱা যুৱকৰ দল। সকলোৰে বিনাচৰ্তে মুক্তিৰ বাবে ডেকাজনে অনশন আৰম্ভ কৰিলে সুদীৰ্ঘ ৬৪ দিন। মানে ২ মাহ ৪ দিন। মৰণ কোলাত ঢলো ঢলো। চৰকাৰে বধৰ ভাগী হয় বুলি গাৰ মঙহ সঙ্গীনৰ খোচক উঁৱলি যোৱা অৱস্থাত কুৱালগুৰিত ডেকাজনৰ ঘৰৰ আগত পেলাই থৈ গ'লহি। ডেকাজনক চাবলৈ অহা প্ৰগতিশীল ধাৰণাত আস্থা ৰখা এগৰাকী অসমীয়া যুৱতী। সেই ডেকাজন দেউতা ধীৰেন দত্ত আৰু যুৱতী গৰাকী মা শ্ৰীমতী শৈল্য প্ৰভা দত্ত।

১৯৫২ চনত কমিউনিষ্ট পাৰ্টিয়ে সম্প্ৰদায়িক সম্প্ৰীতিৰ প্ৰতীক স্বৰূপে বিভিন্ন

সম্প্ৰদায়ৰ মাজত বৈবাহিক সম্পৰ্ক স্থাপনৰ পক্ষে মত পোষণ কৰে। তেনে আদৰ্শৰ পৰাই পাৰ্টিৰ নিৰ্দেশ ক্ৰমে জন্মগতভাৱে বঙালী সম্প্ৰদায়ৰ ধীৰেন দত্তৰ লগত অসমীয়া যুৱতী শৈল্যপ্ৰভা দত্ত আৰু কমিউনিষ্ট পাৰ্টিৰ প্ৰাতঃস্মৰণীয় ব্যক্তি ফণী বৰাৰ লগত বঙ্গ দেশৰ যুৱতী হেনাৰ বৈবাহিক সম্পৰ্ক হয়। সাংবাদিক যদু কাকতি দেৱেও তেনে আদৰ্শ লৈ অন্য সম্প্ৰদায়ৰ লগত বৈবাহিক সম্পৰ্ক স্থাপন কৰে। মানে মোৰ মা-দেউতাৰ বিয়াখন সাম্প্ৰাদায়িক সম্প্ৰীতিৰ মিলনৰ আদৰ্শ হাতে - কামে দেখুৱাবলৈ গুৱাহাটীৰ পাৰ্টি অফিচত সম্পন্ন হয়।

বিয়াৰ পাচতে মা গোলাঘাটৰ কমিউনিষ্ট পাৰ্টিৰ অফিচত পাৰ্টিৰ কমৰেডসকলৰ লগত থাকিবলৈ লয়। মা আৰু দেউতাৰ আছিল অঘৰী জীৱন। দুয়ো সাম্যবাদ প্ৰতিষ্ঠাৰ বাবে গাঁৱে ভুঞে কৃষক সভা, হালোৱা সংঘ, জন সংগঠন কৰি ঘুৰি ফুৰিছিল। ভাইটি আৰু মোক লৈ মই গৌৰীশংকৰ ভট্টাচাৰ্যৰ নিৰ্বাচনী সভা কৰিবলৈ যাওঁতে ব্ৰহ্মপুত্ৰত নাও ডুবি ভাইটি, মই মা মৰিবলৈ ওলাইছিলোঁ। নাৱৰীয়া এজনে আমাক ৰক্ষা কৰে।

আমাৰ নিজা ঘৰ-দুৱাৰ একো নাছিল। মাৰ গহনা -গাঁঠৰিবোৰ পাৰ্টি ফাণ্ডত দিছিল। মা-দেউতা দুয়ো আছিল পাৰ্টিৰ 'hole Timer' মই যেতিয়া জন্ম হ'লো নবদ্বীপ দৰ্জি নামৰ ব্যক্তি এজনে বহুত ৰঙীণ কাপোৰ জোৰা দি ফ্ৰক দুটা তৈয়াৰ কৰি দিয়ে সেয়ে মোৰ জীৱনৰ প্ৰথম ফ্ৰক। ককা আছিল ঢাকা মেডিকেল কলেজৰ Gold Medalist ডাক্তৰ। মা আছিল এম. ভি স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী। দুয়ো ঘৰ-দুৱাৰ এৰি স্বাধীনতা যুঁজত নামি পৰিলহি। তেতিয়া কৃষকসকলৰ দুখ মোচনৰ বাব 'হালোৱা সংঘ' পাতে, কৃষক সভা স্থাপন কৰে । এফালে ৰাইজক আৰ্থিক অনাটনৰ বিৰুদ্ধে সচেতন কৰোৱা, আনহাতে হাতত কাপ তুলি লয় ৰাইজক সচেতন কৰাবলৈ, মোৰ দেউতা নিৰ্জনতাৰ কবি নাছিল। কবিতা আছিল তেওঁৰ মানুহ গঢ়াৰ হাথিয়াৰ। সাম্যবাদ প্ৰতিষ্ঠাৰ যাত্ৰীসকলক সাহস দি কৈছিল—

'পৰাজয় নোশোভে আমাৰ  
বাৰম্বাৰ শত শত বাৰ  
পৰাজয় হওঁ যদি আমি  
মৃত্যুক প্ৰেয়সী ৰূপে চুনি  
কৰিব লাগিব যাত্ৰা'।

দেউতাই কৃষকৰ সভাবোৰত আমাক দি গোৱাইছিল—

'উঠ খেতিয়ক নাঙল চলা  
লগাই দে ভাই গণ্ডগোল  
নতুন যুগৰ বাবুক দেখি  
ফাঁকত পৰি নকৰ ভুল।'

হৰিজনসকলৰ বাবে লিখিছিল—



'আজিহে দেখিলোঁ ধন্য প্ৰেমিক  
মানুহ জাতিৰ সুহৃদ মই  
ত্যাগৰ উদাৰ নিষ্কাম ধৰণী  
বিশ্ববন্ধু মেথৰ ভাই।'

কাঠমিস্ত্ৰীসকলক লৈ লিখিছিল—

'ৰাণ্ডাৰ হেঁচা কচ্ কচ্ কচ্  
ঝাণ্ডাৰ দৰে উৰে পট্‌পট্  
আজাৰ শিমলু শাল শিঙৰিক  
দিয়ে ৰূপ মনোহৰ,  
কাঠমিস্ত্ৰীৰ ঘৰ।  
নিৰস কঠিন বেঁকা - বেঁকি কাঠ  
বটালী খুন্দাত উঠে জাঁত জাঁত  
ৰূপৰ জপনা মেল খাই উঠে  
পাই ৰূপ মনোহৰ  
কাঠ মিস্ত্ৰীৰ ঘৰ'

'ধীৰেন দত্তৰ কবিতাৰ সোঁৱৰণত' প্ৰবন্ধত নৱকান্ত বৰুৱাদেৱে লিখি থৈ গৈছে— "আমাৰ নগাঁৱৰ ঘৰৰ ওচৰত এঘৰ কাঠ মিস্ত্ৰী আছিল, তাতে এজন আছিল মোৰ বন্ধু। সিহঁতৰ ঘৰত শুনিছিলো ৰাণ্ডাৰ শব্দ, কৰতৰ খৰখৰ শব্দ, হাঁতুৰিৰ কোব, কৰতৰ ধাৰত ৰেতিৰ ঘঁহনি-নানান বিচিত্ৰ শব্দ। তেতিয়া সেইবোৰ আছিল কোলাহল। ধীৰেন দত্তৰ কবিতাই মোৰ সেই অতীতৰ কোলাহলময় স্মৃতিক যেন ছন্দ লয়ৰে বান্ধি পেলালে। শব্দ বাণী হ'ল। মোক যদি কোনোবাই নাম সোধে, তাৰ মাজত হ'ব এটা 'কাঠ মিস্ত্ৰীৰ ঘৰ'।"

আকৌ নৱকান্ত বৰুৱাই লিখিছে - 'ককাইদেউ দেৱকান্ত বৰুৱাই ধীৰেন দত্তৰ অভিযান পুথিৰ কবিতা এটা সভাত আওৰাইচিল। সুৰটো নজৰুল, জসিমুদ্দিনৰ দৰে সোৱাদ লগা-

'ক্ৰুচতবিদ্ধ খৃষ্টদেৱতা  
প্ৰহ্লাদ পৰিল শিলৰতল  
হুচেইন আজি মৰুৰ বুকুত  
এজিদে আগুৰি ফোৰাত জল।'

কবিতাৰ লগত দেউতাৰ পাৰ্থক্য নাছিল। হাত ভৰিত লোৰ শিকলি লগাই সৰু ৬ ফুট দীঘল ৩ ফুট বহলৰ নিৰ্জন চেলত দেউতাক পেলাই থওঁতেই দেউতাই হাতৰ শিকলি থন্ থন্ কৰি বজাই নিজৰ কবিতা আওৰাইছিলঃ

'নাচা নাচা নাচা ৰুদ্ৰ দেৱতা  
প্ৰলয় নৃত্য ধ্বংস ৰাজ

মহা হুঙ্কাৰে উঠা হুঙ্কৰি
কৰচি কৰচি গাজক বাজ।'
'গুৰু গুৰু গুৰু গুম গুম গুম
কড়্ কড়্ গিৰিং ৰিং
নিত্য লালসে হিল্লোলি উঠে
বাগৰি পৰক পৰ্বত টিং।'

জে'লৰ পুলিচে মাৰি দেউতাৰ দাঁত ভাঙি পেলাইছিল। সঙ্গীনৰ খোচত গাৰ মঙহ বখলাবখলে এৰাইছিল।

হালোৱা সংঘৰ বাবে লেখা এটা গান হ'ল—

"সাচ্ছা মালিক ভোকত মৰে-
কাচ্ছা মালিক দুগুণ খায়
দেশৰ মালিক শ্ৰমিক কৃষক
মাটিৰ মালিক হালোৱাই।
'নাঙল যাৰ মাটি তাৰ'।
শ্লোগানেই দেউতাৰ জীৱনৰ আদৰ্শ।

কবি যজ্ঞোৰাম গগৈয়ে 'ধীৰেন দত্তৰ কবিতা আৰু জীৱন' প্ৰবন্ধত উল্লেখ কৰিছে — ৰোমাণ্টিক যুগৰ ভৰা সুঁতিটোৰ পৰা ফালৰি কাটি কবিয়ে সংগ্ৰামৰ উতপ্ত আৰব মৰুভূমিত শান্ত ফোৰাতৰ জল নিবিচৰা নহয়। কিন্তু কুৰি শতিকাৰ প্ৰতিক্ৰিয়াশীল এজিদ দলৰ পৰা পালে- অনাহাৰ অবিচাৰ। জ্ঞানী এলিয়টেও সোঁৱৰাই দিয়ে 'The desert is in the heart of your brother.'

কবি দত্তৰ কাব্যগান নিৰ্যাতনৰ কৰুণ কাহিনী
জাৰত কাপোৰ নাপাই হালোৱা
কঁপি কঁপি দিন কটায়

কবি এলিটেও দেখিছিল—

"In this land, there shall be one
cigarette to two men. To two women one half pent of bitterale"

'কুকুৰ শৃগাল গৰ্দভৰ আত্মাৰাম' বাণী আওকাণ কৰি উচ্চ মঞ্চত আসন লৈ যিদল অভিমানীয়ে 'হৰিজন হীনজন' বুলি বৰপেটা কীৰ্তন ঘৰৰ দুৱাৰ বন্ধ কৰি মানৱ দেৱতাৰ অপমান কৰিছে, তেনে কীৰ্ত্তন ঘৰ কবিয়ে বিচৰা নাই। বিচাৰিছে কবি এলিয়টৰ

'A Cheuch for all and a job for each.'
'এক নামঘৰ, এক কাম ঘৰ'

দেউতা আছিল সংবেদনশীল। কুৱালগুৰিৰ বাথু দত্ত নামৰ ব্যক্তি এজনৰ যক্ষ্মা হোৱাৰ



বাবে সংক্ৰমণৰ ভয়ত ঘৰৰ মানুহে মৰিবলৈ বাঁহনি এডৰাৰ তলত পেলাই যায়। দেউতাই বুটলি আনি চিকিৎসা কৰি সুস্থ কৰে। পাছলৈ তেওঁ হাইস্কুলৰ শিক্ষক হয় আৰু সকলো কথা আমাক কয়। আৰু এজন মগজুৰ ভাৰসাম্য হেৰুৱা উন্মাদ লোকক ঘৰৰ মানুহে এৰি দিয়াত আমাৰ ঘৰত ৰাখেহি। তেওঁ প্ৰলাপটো দেশত সাম্যবাদ প্ৰতিষ্ঠাৰ প্ৰতিষ্ঠাৰ কথা কয়। সেই ব্যক্তি বেতিয়ণীৰ ফটিক বৰুৱাই কাষলতি তলত লেনিনৰ কিতাপ এসোপা ছোভিয়েট দেশৰে স'তে ভৰাই দিনটো প্ৰলাপ বকি ঘূৰি ফুৰে গোলাঘাট চহৰত। মোৰ মেট্ৰিক পৰীক্ষাৰ আগদিনা এড্‌মিট কাৰ্ডসহ পৰীক্ষাৰ কিতাপৰ গোটেই টোপোলাটো লৈ পুৱা উঠাৰ আগতেই ওলাই গ'ল। মই কান্দি নিজেও পাগলৰ দৰে হ'লো। চহৰখনত দিনটো তেওঁক কোনেও বিচাৰি নাপালে মাজৰাতি ওলালহি। বাবাই তেওঁক একো খং নকৰিলে। মোকহে ক'লে— 'এইবোৰ পেটি বুৰ্জোৱা শিক্ষা লৈ কি কৰিবি।' মই মেট্ৰিক ভালদৰে পাছ কৰাৰ পাছতো গাঁৱে ভূঞে কাম কৰিবলৈ লাগে বুলি কলেজত নাম লগাবলৈ নিদিয়ে, মই কান্দি কান্দি ড° মোহিনী শইকীয়া (অধ্যক্ষ, ডি. আৰ. কলেজ) ক কোৱাত তেওঁ নিজা খৰচত মোক কলেজত নাম ভৰ্ত্তি কৰে। অথচ দেউতাই অনাথ ল'ৰা এটাক আমাৰ ঘৰত ৰাখি পঢ়ুৱাইছিল। ব্ৰহ্মপুত্ৰত আত্মহত্যা কৰিবলৈ যোৱা 'ৰীণা'ক কেঁচুৱাটোৰ স'তে বুটলি মেট্ৰিক পাছ কৰোৱাই ডিব্ৰুগড় মেডিকেলত নাৰ্চিং সাত বছৰ পঢ়ুৱায়। নিজৰ উপাধিও দিয়ে পিতৃ পৰিচয়ৰ বাবে। ৰীণা দত্ত এতিয়া গুৱাহাটী মেডিকেল কলেজৰ নাচিং বিভাগৰ উচ্চ বিষয়া।

দেউতা আছিল আমাৰ বাবে ৰূপকথাৰ মানুহ। বন বিভাগৰ কৰ্মী অনি বৰুৱাৰ খবৰ আশ্চৰ্যজনক তথা গুৰুত্ব দিবলগীয়া ঐতিহাসিক তথ্য। বৃটিছ যোৱাৰ পাছলৈকে অসমৰ মাটিৰ পট্টাবোৰ লিখা ভাষা আছিল ইংৰাজী। দেউতা কৃষক সভাৰ সভাপতি হৈ থাকোতেই যোৰহাটলৈ গৈ জিলা মেজিষ্টেটক Memorendum দি ক'লে— আমাৰ কৃষকসকল ইংৰাজী ভাষাত অভ্যস্ত নহয় বাবে তেওঁলোক মৌজাদাৰসকলৰ পৰা প্ৰতাৰিত হ'ব লগা হয়। গতিকে মাটিৰ পট্টাবিলাক অসমীয়া ভাষাত হ'ব লাগে যাতে নিজৰ মাটি সম্পৰ্কে কৃষকে নিজা বুজাপৰা কৰিব পাৰে।' চাহাবজনে দেউতাৰ কথাত সন্মতি দিয়ে আৰু সেইমতে তেতিয়াৰ পৰাই মাটিৰ পট্টাবিলাক অসমীয়া ভাষাত চলন্ত। অসমীয়া প্ৰগতিশীল কবিতাৰ জনক দেউতা- জন্মসূত্ৰে বঙালী হ'লেও হাড়ে- হিমজুৰে অসমীয়া। এবাৰ গোলাঘাটৰ গমাৰি ওৱাণি বনাঞ্চলত থকা অসমীয়া খেতিয়কসকলক জানুৱাৰী মাহৰ মাজনিশা পুলিচে হাতী লগাই ঘৰবোৰ ভাঙি উচ্ছেদ কৰিলে। দেউতাই খবৰ পাই গৰুৰ গাড়ীৰে কৃষকসকলক আনি গোলাঘাটৰ জেনেৰেল ফিল্ডত মাটিতে তম্বু তৰি শিবিৰ কৰি দিলে। মা-ভাইটি মই আটাইয়ে শিবিৰতে থাকিলো। মা দেউতাই চাউল-দাইল চান্দা তুলি খিচিৰি বনাই শিবিৰত থকা মানুহক ভগাই দিছিল। ভাইটি, মোক স্কুল খতি কৰাই হাতত কাগজ এঠোৱা দুটা টেমা দি শিবিৰৰ মানুহৰ বাবে কালেকচনলৈ পঠালে।

মোৰ ১০, ভাইটিৰ ৮। আমাক গাড়ীৰ ড্ৰাইভাৰ এজনে শিবিৰতে থকা ল'ৰা-ছোৱালী নেকি সুধিলে আমি চান্দা বেছি পোৱাৰ আশাত হয় বুলি ক'লোঁ। ড্ৰাইভাৰ জনে চকুপানী টুকি আমাৰ টেমাত সৰহকৈ পইচা দি দুইটাকৈ সৰু বৰাৰ হোটেলৰ পৰা চাহ জিলাপী আনি গাড়ীৰ ভিতৰতে খুৱালে। পাছদিনা ৰিপ্লাৱিক দে' ২৬ জানুৱাৰী। শিবিৰৰ কাষতে চৰকাৰী কংগ্ৰেছী সভা চলি আছিল- ভাইটি আৰু মোৰ উচ্‌-পিচ্‌ সভাৰ শেষত কমলা দলিয়াব। বুটলিব যাব লাগে। দেউতাই আমাক হাতত ধৰি টানি আনি শিবিৰৰ গাতে ভেজা চিঞৰি চিঞৰি ক'বলৈ ধৰিলে- 'চাচোন এয়া স্বাধীন দেশৰ নাগৰিক কঁপি আছে। তহঁতে যাবিনে স্বাধীনতাৰ ভিক্ষা কমলা বুটলিবলৈ।' দেউতাৰ তেজস্বী বক্তৃতাত শিবিৰত মাইকী মানুহবোৰে কান্দিবলৈ ধৰিলে। কেঁচুৱাবোৰও মাকহঁতৰ কান্দোন দেখি ৰাউচি জুৰিলে।' আমিও কান্দিলোঁ, আৰু স্বাধীনতাৰ কমলা আমাৰ বাবে বিস্বাদ হৈ গ'ল।

দেউতাই কবিতাৰ বুকুত হালোৱা হজুৱাসকলক থাপিছিল, সেইসকলৰ লগত তেওঁ নিজে ৰাতিৰ পাছত ৰাতি খপিছিল। বেমাৰ হ'লে শুশ্ৰষা কৰিছিল। সেইসকলৰ সন্তানক মাছুল দিছিল। বস্ত্ৰ দিছিল সংগ্ৰহ কৰি। গতিকে কবিতা আৰু সংগ্ৰহ কৰি। গতিকে কবিতা আৰু দেউতাৰ কবিতাৰ সমল দুয়ো অভিন্ন। দেউতা নিৰ্জনতাৰ কবি নাছিল। ৰাইজৰ বুকুৰ স্পন্দন তেওঁ শুনিছিল। তাৰেই গুণ গুণ গুঞ্জন তেওঁৰ কবিতাত।

তেওঁ প্ৰথম অসমীয়া প্ৰগতিবাদী কবিতা পুথি 'অভিযান' ৰ পাতনিত লিখিছে- কিন্তু সঁচাকৈয়ে আমি মৰিলে যদি মৰিব লগীয় হয় এবাৰ ভালকৈ যুঁজ দি মৰিম। মৰিব লাগিলে বীৰৰ দৰে মৰিম।' এই যুদ্ধৰ উদ্দীপনাই মোৰ মনত যি ধুমুহাৰ আৱৰ্ত্ত কৰিছিল তাৰ পৰাই এক কবিতাৰ সৃষ্টি। মোৰ অভিযান সকলো প্ৰকাৰ জড়তা, দীনতা, হীনতাৰ বিৰুদ্ধে।

কবি নীলমণি ফুকনৰ দেউতাৰ প্ৰতি শ্ৰদ্ধা জনাই লিখা কবিতা-

'উঠৰে ভাই উঠৰে
লগাই দে গণ্ডগোল
তোৰ জুইত মই জ্বলিছোঁ
মইও মোৰ জুই জ্বলালোঁ
চিতাৰ জুইয়ে তোক নোপোৰে
হেৰ' কি জয় কি জয়
মাকণৰ হাতৰ নুমুৱা চাকিটো
তোৰহে চকুত জ্বলিছে
পানী সিঁচ দুহাতেৰে সিঁচ
লাহনীৰে
নৰবি আহক বাৰিষা বুলি
আন্ধাৰে আন্ধাৰে তইহে আহিছ



তোৰহে সপোন তেজে -তুমুৰলি
শুনিছনে অ' শুনছোন
সেইটো কিহৰ শব্দ
ভাগি আহিল নেকি নিশাৰ ধনশিৰী
নে ৰিডিয়াম কমৰেড ধীৰেন দত্ত'

দেউতাৰ মৃত্যুৰ ২০ বছৰৰ স্মৃতি সভাত কবি চিদানন্দ শইকীয়াই দেউতাক উপলক্ষি লিখিছিল—

'নল মৰে গজালি ওলায়
নলৰ মৰণ নাই
অসমৰ সেউজী মাটিত
জনতাৰ সোঁত বৈ যায়
ইয়াৰ মাজতেই
ধীৰেন থাকিব অমৰ হৈ
কমিউনিষ্ট ধীৰেন জিন্দাবাদ।'

প্ৰগতিশীল কবি অশোক দাসে লিখিছে— দেউতাক উছৰ্গা কৰি- 'কমৰেড কমৰেড কবিতাতঃ

"এটা গুণগুণনি শুনিছানে ভাই
এই পিনেই আহিছে উজাই
এন্ধাৰ দুফাল কৰি পাহাৰে পথাৰে
'ধীৰেন দত্তৰ অভিযান'
ঢলফাটৰ দিশত এটা ৰুদ্ৰ তাল
কমৰেড্.........
কমৰেড্....."

অসমৰ প্ৰগতিবাদী প্ৰথম কবি ধীৰেন দেউতাক আমি ব্যক্তিগত জীৱনত ঘৰখনত কমেই লগ পাইছিলোঁ। বাবা জে'লত, চেলত গোলাঘাটৰ দাঁতি কাষৰীয়া গাঁওবোৰত, পাৰ্টি বে-আইনি থাকোতে কেতিয়াবা মুৰত বৰপাগ মাৰি ছদ্মবেশত ফুৰিছিল। এবাৰ পুলিচৰ খেদাত শাৰী পিন্ধি ল'ৰাৰ মেচ এটাৰ পৰাই পুলিচৰ আগেদি ওৰণি লৈ পলায়। থাকে হাবি-বননিয়ে। তাতেই কবিতা লিখে। বনতেই, খেতিয়কৰ ঘৰতে কবিতা হেৰাই যায়, কোনেও তাৰ ঘ্ৰাণকে নাপায়।

মই বহু ডাঙৰ হওঁতে কবি সন্মিলন এখনতহে (৭১ চন মানত) শুনিছোঁ দেউতা যে অসমৰ প্ৰথম প্ৰগতিবাদী কবি। দেউতাক আমি জীৱিত কালত পৰিয়ালৰ ভিতৰত নাপালো। বহু ভিৰৰ মাজত আন্দৰেই আছিল তেওঁ। বুকুত অহৰহ বান্ধি লৈ ফুৰিছিল এখন ৰক্তপতাকা, ধান, কাঁচি, থকা। সুযোগ পালেই তৰি দিছিল।

শেষত ৭২ চনত তেওঁৰ দেহাই আৰু অত্যাচাৰ নসহিলে। অসমত ৰেকৰ্ড কৰি একে লেঠাৰিয়ে ৬৪ দিন অৰ্থাৎ ২ মাহ ৪ দিন অনশন কৰি থাকোঁতেই এবাৰ মৰিবলৈ লৈছিল। গাৰ মঙহ এৰাই গৈছিল, ডাক্তৰৰ পুত্ৰ হৈও। ডাক্তৰৰ নাতি হৈও ইচ্ছা সাধনা কৰিলে, নিজেও লঘোণে থাকিলে, পৰিয়ালটোও ৰাখিলে, মাটি পাৰ্টিক দান দিলে। পাৰ্টি অফিচতে আমাক ওৰে জীৱন কমৰেডসকলৰ লগত 'কমিউনত' ৰাখিলে।

তেওঁক নাৰী-পুৰুষ পৃথকে নাচাইছিল। তেওঁ জীয়াই থাকোতে কেৱল নাৰী হও বুলি উল গুঠিবলৈ নিদিলে। হাতৰ চিলাই শিকিবলৈ নিদিলে, গহনা পিন্ধিবলৈ নিদিলে। পাৰ্টিৰ Dilectical Meterialism ৰ ওপৰত ভাববাদ, বস্তুবাদ বুজাবলৈ ওচৰৰ ল'ৰা ছোৱালীবোৰ গোটাই লৈ ক্লাছ জীৱিতকালত চৰকাৰী পেঞ্চন নুচুলে। দেউতা ঘৰত থকা কেইদিন আমাৰ ঘৰত সমস্যাৰ খতিয়ান লৈ বহুলোকে ভৰি আছিল । দেউতা উদাসীন ভকত নাছিল। মাক প্ৰাণভৰি মৰম কৰিছিল। অথচ দেউতা - মাৰ বয়সৰ পাৰ্থক্য ২১ বছৰ মানৰ কিন্তু Intellectuat gap নাছিল। সেয়ে মাই হেলাৰঙে দেউতাৰ জীৱনৰ কণ্টকময় পথটোত অনুগমন কৰিছিল। আজিও মায়ে পাছলৈ ঘূৰি চোৱা নাই। এবাৰেই মাৰ মৃদু প্ৰতিবাদ দেখিছিলোঁ। পাৰ্টিৰ কমৰেড ড° ধীৰেন মিশ্ৰ (প্ৰাক্তন সাংসদ) আৰু ডঃ কল্যাণী মিশ্ৰ পাৰ্টিৰ লোক আছিল। আছিল নিঃসন্তান। দেউতাই বিনাদ্বিধাই মোক তেওঁলোকৰ হাতত তুলি দিবলৈ শিলচৰলৈ লৈ গ'ল। মাৰ মাতৃমনে হাঁহাকাৰ কৰিলে। কান্দিলে কিন্তু বাধা দিব নোৱাৰিলে। মই শিলচৰৰ পৰা কন্দাকটা কৰি উভতি আহিলোঁ।

দেউতাই খেতিয়কৰ ভূমি পট্টনৰ বাবে সংগ্ৰাম কৰিছিল। নিজে আছিল গৃহ ভূমি হাৰা, আনৰ ল'ৰা-ছোৱাৰ স্কুলত ভৰ্ত্তি মাচুল দিছিল, ইউনিৰফৰ্ম দিছিল। ভাইটিয়ে ময়ে শুদা ভৰিৰে স্কুল কৰিছিলোঁ। দেউতাৰ চচ্‌মাৰ নাল ভগা।

আমাৰ গোটেই পৰিয়াল মা, মই ভাইটিক গোলাঘাট থানাত ভৰাই থোৱা ফটো এখন আধাৰসত্ৰৰ গাঁৱৰ কমৰেডৰ ঘৰত আছে, মাৰ কোলাত কেঁচুৱা, মোৰ ভাইটিৰ ভৰি শুদা। আমাৰ ঘৰত চাউল—পাত নাথাকিলে মই CID Office লৈ গৈ দেউতা ক'ত লুকাই আছে সুধিছিলোঁ। তেওঁলোকে দেউতাক শ্ৰদ্ধা কৰে বাবে দেউতাক কেবাবাৰো পলাবলৈ আগতীয়া খবৰ পঠায়। মোকো তেওঁলোকে বিতং খবৰ দিয়ে- কালিয়নী হাবি, কাজিৰঙা অথবা তৰাণি বনাঞ্চলৰ খবৰ।

এনেধৰণৰ কবি ধীৰেন দত্তৰ জীৱন আছিল বৈচিত্ৰময়। স্থিতাৱস্থা বিৰোধী, ধীৰেন দত্তৰ মৃন্ময় দেহা মাটিত মিহলি হ'ল কিন্তু ৰাইজৰ মনত এতিয়াও তেওঁ জ্বলোৱা প্ৰেৰণাৰ দীপশিখা ভাস্বৰ হৈ ৰ'ল।■

ঃঃঃঃঃ



# প্ৰগতিশীল কবি ধীৰেন দত্তৰ কবিতাত মানৱতাবোধ

☆বিনন্দ বৰুৱা

চল্লিশ দশকৰ প্ৰগতিশীল কবিসকলৰ বাটকটীয়া কবি ধীৰেন্দ্ৰ দত্ত। আধুনিক অসমীয়া কবিতাৰ অতি সাম্প্ৰতিক কালছোৱাৰ শুভলক্ষণ, এদল সমাজ সচেতন তৰুণ কবিৰ আবিৰ্ভাৱ। এসময়ৰ ৰোমাণ্টিক কবিসকলৰ কবিতাৰ বিপৰীতে এই আধুনিক কবিসকলে কবিতাৰ বিষয় বস্তু আৰু আংগিক উভয় ক্ষেত্ৰতে এই তৰুণ কবিসকলে কবিতাত নতুনত্বৰ অৱতাৰণা কৰিবলৈ সমৰ্থ হয়। সাধাৰণ সমাজজীৱনৰ প্ৰতিচ্ছবি হিচাপে 'সমাজ সচেতনতা' আধুনিক অসমীয়া কবিতাৰ অন্যতম উল্লেখযোগ্য দিশ।

বিশিষ্ট কবি ধীৰেন দত্তই মাক্সবাদক জীৱনৰ এক আদৰ্শবাদ হিচাপে গ্ৰহণ কৰিছিল। কবি গৰাকীৰ কবিতাত সাধাৰণতে সমাজৰ অতি নগণ্য শ্ৰেণীৰ লোকসকলৰ জীৱনৰ আকাংক্ষ্যা আৰু মনৰ সৰু-বৰ কথাবোৰ যেন সুন্দৰ ভাৱে প্ৰকাশ কৰিছে। শ্ৰমজীৱী লোকসকল এফালৰ পৰা আমাৰ সমাজৰ অপৰিহাৰ্যলোক। কিন্তু আমি সেইসকলৰ জীৱনৰ দীঘ আৰু বাণীৰ কথা অনুভৱ নকৰোহঁক। বহুসময়ত আমি তথাকথিত সমাজৰ একশ্ৰেণীয়ে সেইসকলক অতি তাচ্ছিল্য বুলি আনুভৱ কৰোহঁক। সেই শ্ৰমজীৱী সৰু সৰু মানুহবিলাকৰ জীৱনবোধক আমাৰ আলোচ্য কবি ধীৰেন দত্তৰ কবিতাত যেন প্ৰাধান্য দিছে। কবি ধীৰেন দত্তৰ মতে এই নিষ্পেষিত বনুৱা শ্ৰেণীটোৱে কেৱল যেন পৰৰ কাৰণেহে চিন্তা কৰে।

কবি গৰাকীৰ 'কাঠমিস্ত্ৰীৰ ঘৰ' নামৰ কবিতাত কবিয়ে অনুভৱ কৰিছে সাধাৰণ কাঠমিস্ত্ৰীজনৰ জীৱন জিজ্ঞাসা । আধুনিক সভ্যতাৰ তথাকথিত ভাল মানুহ তথা বাবুশ্ৰেণীৰ উপযোগী সুন্দৰ, মনোমোহা কাঠৰ সামগ্ৰীসমূহ সেই কাঠমিস্ত্ৰীজনে অশেষ কষ্ট কৰি তৈয়াৰ কৰিছে। সেই সামগ্ৰীসমূহে কোনোবা গৃহস্থৰ ঘৰৰ সৌন্দৰ্য বঢ়াইছে। কাঠমিস্ত্ৰীজনে কিন্তু কোনোবা সময়ত পেটৰ তাড়নাত দিন কটাইছে। যাক কবিয়ে অনুভৱ কৰিছে এনেদৰে—

'উঠা মিস্ত্ৰী কঁহাৰ কুমাৰ
আন্ধাৰৰ শেষ আহিল তোমাৰ
লোৱা অধিকাৰ নিজ বাহুবলে
নিজে কৰা কৰ্মৰ
কাঠমিস্ত্ৰীৰ ঘৰ।'

সমাজৰ পৰা সাধাৰণ জনগণক সহায় কৰাৰ অৰ্থে বিপ্লৱৰ পথেই প্ৰকৃত মুক্তিৰ পথ বুলি ধাৰণা কৰে, সেয়ে কবিৰ আহ্বান কেতিয়াবা অতিশয় বলিষ্ঠ হৈ উঠে। সেই সময়ত কবিয়ে শ্ৰমজীৱীসকলৰ বাবে এক বিপ্লৱৰ পোষকতা কৰি এনেদৰে কৈছে-

'উঠ খেতিয়ক নাঙল চলা
লগাই দে ভাই গণ্ডগোল
নতুন যুগৰ বাবুক দেখি
ফাকত পৰি নকৰ ভুল। উঠ খেতিয়ক....

চহা অ' ভাই চহা মাটি
মাটিয়ে খাটি বুজি ল' তই
মাটিত থাক তই মৰি মুক্তি
স্বাধীনভাৱে নাঙল লৈ। উঠ কেতিয়ক....

দেশৰ মালিক চহাবোৰতেই
হুঁহা কথা নহয় ভাই।......'

কবিয়ে উক্ত কবিতাত শ্ৰমজীৱী মানুহৰ হৃদয়ৰ কথা কৰি কবিয়ে তেওঁৰ 'অভিযান' নামৰ কাব্যগ্ৰন্থৰ পাতনিত উল্লেখ কৰিছে এনেদৰে- 'আজি আমাৰ ধৰ্ম-কৰ্ম, সমাজ সকলোতে দেখা দিছে এটা অৱসাদে। সেই অৱসাদত আছে অন্ধকাৰ। লানি নিচিগাকৈ তৰঙ্গৰ পাছত তৰঙ্গ তুলি কোনোবা অন্ধকাৰ গভীৰ গাঁতৰ ফালে ঠেলি দিছে।' মানৱতাবোধই হ'ল তেওঁৰ কবিতাৰ মূল কথা।

কবি ধীৰেন দত্তৰ কবিতাৰ প্ৰকাশ ভংগীৰ সৰলতা হ'ল কবিতাসমূহৰ আকৰ্ষণীয় শক্তি। শব্দ বিন্যাস মধুৰ। অনুপ্ৰাসৰ মাধুৰ্যৰে কবি গৰাকীৰ কবিতাবোৰ ৰঞ্জিত। তেওঁৰ কবিতাই বাংলাৰ বিদ্ৰোহী কবি নজৰুলৰ কবিতালৈহে যেন আমাক মনত পেলায়।■

::::



পৰিশিষ্ট ঃ

## কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ সহধৰ্মিনী শৈল্যপ্ৰভা দত্তৰ স'তে এখন্তেক



(বাওঁফালৰ পৰা) হেমেন চন্দ্ৰ হাজৰিকা, কবি ধীৰেন চন্দ্ৰ দত্তৰ সহধৰ্মিনী শৈল্যপ্ৰভা দত্ত, পবিত্ৰ বৰবৰা আৰু চিন্তামণি দত্ত (পুত্ৰ)।

☼আইতা প্ৰণিপাত গ্ৰহণ কৰক।

**শৈল্যপ্ৰভা দত্ত ঃ** ধন্যবাদ, শুভ আশিস জনাইছোঁ।

☼আপোনাৰ স্বামী, পৰম শ্ৰদ্ধেয় কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ জন্ম শতবৰ্ষৰ এই পবিত্ৰ ক্ষণত অসম সাহিত্য সভাৰ পক্ষৰ পৰা কবি গৰাকীলৈ শ্ৰদ্ধা নিবেদন কৰিছোঁ, তেখেতৰ বিদেহ আত্মাৰ চিৰশান্তি কামনাৰে পৰমেশ্বৰৰ শ্ৰীচৰণত প্ৰাৰ্থনা জনাইছোঁ আৰু আপোনালোকৰ পৰিয়ালৰ সদৌটিৰে কুশল, মঙ্গল কামনা কৰিছোঁ।

**শৈল্যপ্ৰভা দত্ত ঃ** ধন্যবাদ। অসম সাহিত্য সভাৰ পৰম শ্ৰদ্ধেয় সভাপতি পদ্মশ্ৰী ৰংবং তেৰাংদেৰেৰ প্ৰমুখ্যে সভাৰ প্ৰতিগৰাকী কৰ্মকৰ্তালৈ আমাৰ পৰিয়ালৰ হৈ প্ৰণাম জনাইছোঁ।

☼অসম সাহিত্য সভাই গোলাঘাট জিলা সাহিত্য সভা আৰু দৈয়াং শাখা সাহিত্য সভাৰ সহযোগত ৮ অক্টোবৰ ২০১০ তাৰিখে মেৰাপানীৰ দৈয়াং হাইস্কুল প্ৰাঙ্গণত প্ৰগতিশীল কবি

ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ জন্ম শতবাৰ্ষিকীৰ সামৰণী অনুষ্ঠানৰ আয়োজন কৰিছে। আপোনালোকক সভাৰ কাৰ্যসূচী শ্ৰদ্ধাৰে অৱগত কৰিছো আৰু অনুষ্ঠানলৈ আমন্ত্ৰণ জনাইছোঁ।
শৈল্যপ্ৰভা দত্ত ঃ অসম সাহিত্য সভালৈ আমি শ্ৰদ্ধাৰে কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।
☼আইতা আপোনাৰ পিতৃগুৰু আৰু মাতৃদেৱীৰ নাম দুটি আৰু ঘৰ ক'ত আছিল কওকচোন?
শৈল্যপ্ৰভা দত্ত—মোৰ পিতৃৰ নাম গোলোক বৰা আৰু মাতৃৰ নাম বগী বৰা। ঘৰ গোলাঘাট জিলাৰ কুৱালগুৰিৰ কছাৰী গাঁৱত।
☼আপুনি বিবাহৰ আগতে ধীৰেন্দ্ৰ চন্দ্ৰ দত্তক জানিছিলনে?
শৈল প্ৰভা দত্ত—জানিছিলোঁ। মোৰ দেউতা কমিউনিষ্ট পাৰ্টিত আছিল। দেউতাৰ ওচৰলৈ তেখেত প্ৰায়ে আহে। দেশৰ কামত, ৰাইজৰ কামত ঘূৰি ফুৰা ল'ৰাজন আমাৰ ঘৰলৈ আহি দেউতাৰ স'তে আলাপ আলোচনাত বহে। অতিথিক সেৱা শুশ্ৰূষা আমি কৰিব লগা হৈছিল। তেনেদৰে তেখেতক লগ পাওঁ।
☼আপোনাৰ বিবাহৰ সম্পৰ্কে আমাক কিছু কথা অনুগ্ৰহ কৰি জনাবনে?
শৈল প্ৰভা দত্ত- আমাৰ বিবাহহৈছিল কমিউনিষ্ট পাৰ্টিৰ আদৰ্শ অনুসৰি। পাৰ্টিয়ে জাত পাত বিচাৰৰ বিৰোধিতা কৰি আহিছে, সেয়ে কৰ্মৰ মাজেৰে আদৰ্শ দেখুৱাবলৈ আমি বিবাহ পাশত আৱদ্ধ হ'লো। মোৰ মনত পুৰুষ আৰু নাৰী দুটি জাত। প্ৰকৃত মানুহৰ সমাজ আমাৰ সমাজ। ১৯৫১ চনত আমাৰ বিয়া হ'ল। গুৱাহাটীৰ পান বজাৰত থকা তেতিয়াৰ পাৰ্টিৰ কাৰ্যালয়তে, কমৰেড সকলৰ শুভ আশিস লৈ বিবাহ হয়। অৱশ্যে বিয়াৰ আনুষ্ঠানিকতা গুৱাহাটী কামৰূপ জিলা কৰ্টত চৰকাৰী ভাবে কৰা হয়। বিয়াৰ পাচত আমি পাৰ্টিৰ অফিচত আছিলোঁ। পাচত গোলাঘাটৰ আমোলা পট্টিত থকা পাৰ্টিৰ অফিচৰ এটা কোঠাত থাকিবলৈ লৈছিলোঁ। কাৰণ তেখেত পাৰ্টিৰ কামত দিনে নিশাই লাগি থাকে। মইয়ো তেখেতৰ আদৰ্শ অনুসৰণ কৰি ৰাইজৰ কাম, পাৰ্টিৰ কাম কৰিছিলোঁ। লিখা—মেলা কাম কিছুমান কৰি দিছিলোঁ। পাৰ্টিৰ কাৰ্যালয়টো আৰু আমি থকা কোঠাটো দিছিল তাৰাপ্ৰসাদ বৰুৱাই। তেখেত দেৱপ্ৰসাদ বৰুৱাৰ দেউতাক। মোৰ বৰজী সত্যমণি, ব্ৰহ্মপুত্ৰ চিন্তামণি আৰু কন্যা সুৰভি এই কোঠাতে জন্ম হৈছিল। ৰাইজৰ কোলাতেই সিহঁত ডাঙৰ হৈছিল। পাৰ্টিৰ মানুহে, আন শুভাকাংক্ষীয়ে হাতে হাতে চাউল—পাত আনি আমাৰ খোৱাৰ জোগাৰ দিছিল। স্বামী সদায় ঘৰত নাথাকেই। ৰাইজৰ কাম, পাৰ্টিৰ কামত তিনি চাৰি দিন পৰ্যন্ত তেওঁ বাহিৰতে থাকি যায়। পাছতহে গম পাওঁ, দৈয়াং, তৰাণি, গমাৰি আদি অঞ্চলত ৰাইজৰ কামত আছিলগৈ।
☼ ধীৰেন্দ্ৰ চন্দ্ৰ দত্তদেৱে কবিতা, গীত, ক'ত কেনেদৰে লিখিছিল?
শৈল্যপ্ৰভা দত্ত— তেখেতে ঘৰত বহি পাৰ্টিৰ কাম কাজৰ বিষয়েহে লিখা—মেলা কৰা দেখিছিলো। এনেবোৰ কামত ময়ো সহায় কৰি দিওঁ? কবিতা গীত, এইবোৰ ঘূৰি ফুৰোতেই



য'তে ত'তে লিখে, কমৰেডৰ লগত সভাই সমিতিয়ে পাঠ কৰে, গায়— এনেধৰণৰ ব্যৱস্থা কাগজৰ টুকুৰাবোৰ পালে সামৰি থওঁ। মানুহৰ মুখে মুখেও তেখেতৰ কবিতা, গীত শুনোঁ। অৱশ্যে মোৰ এটা কথা মনত পৰিলে বেজাৰ লাগে—তেখেতৰ বিয়োগৰ পাচত কেইবাটাও কবিতা কিবা কিবি কাৰণ দেখুৱাই আমাৰ পৰা কোনো কোনোৱে নিলে। কিন্তু আজিও সেইবোৰ ঘূৰাই নাপালোঁ। সেইবোৰৰ অভাৱ আজি বৰকৈ অনুভৱ কৰিছোঁ। এতিয়া যদি কাৰোবাৰ ঘৰত আছে ঘূৰাই পালে সুখী হ'ম আৰু ঘূৰাই দিওঁতাক কৃতজ্ঞতা জনাম।
☼কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তই জীৱন আৰু কৰ্ম সম্পৰ্কে আপোনাক সততে কেনেধৰণৰ উপদেশ দিছিল?
**শৈল্যপ্ৰভা দত্ত**— মোৰ স্বামীদেউৰ জীৱন কৰ্মই আছিল আমাৰ প্ৰতি উপদেশৰ আৰ্হি। তেখেতে হাতে কামে কৰিহে দেখুৱাইছিল। অসহায় ৰোগীক নিজ হাতে দিনে নিশাই পৰিচৰ্যা কৰিছিল। চৰকাৰী চিকিৎসালয়ত থাকিলে তেখেতে ৰোগীক সহায়ৰ হাত আগবঢ়াইছিল। ভোকাতুৰ অতিথিক মজিয়াত বাহি খোৱা ভাতখিনি নি আথেবেথে খাবলৈ আগবঢ়াই দি আনন্দ লাভ কৰিছিল। ঘৰত থকা সময়ত তেখেতে ভাত ৰন্ধা, কাপোৰ ধোৱা, বাৰী ঘৰ চাফ—চিকুণ কৰা কামবোৰ আনন্দৰে কৰিছিল। সমাজৰ সকলো মানুহে ভোকৰ ভাতমুঠি যাতে পাই সেই বিষয়েহে তেখেতে আমাক কৈছিল। এনেবোৰ কৰ্মাদৰ্শৰ মাজত মই বিচাৰি পাইছিলো মানৱীয় হৃদয়ানুভূতিৰে সমৃদ্ধ, বিশাল ব্যক্তিত্বৰ অধিকাৰী মোৰ স্বামীদেউক। কোনো দিনে নিজৰ কথা নভৱা কৰি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তক এতিয়া অসমৰ ৰাইজে বিচাৰিছে, জাতি ধৰ্ম নিৰ্বিশেষে তেখেতৰ কৰ্মাদৰ্শক শ্ৰদ্ধা জনাইছে। আমাৰ পৰিয়ালৰ বাবে বা মোৰ বাবে ইয়াতকৈ সৌভাগ্যৰ কথা কি হ'ব পাৰে। তেখেতৰ জীৱন আৰু কৰ্মই যে মানুহৰ কিঞ্চিত হ'লেও উপকাৰ সাধিছে সেইয়া মোৰ জীৱন কালতে অনুভৱ কৰিব পাৰি ভাল লাগিছে।
☼ আপুনি নতুন প্ৰজন্মৰ বাবে একাষাৰ কবনে?
**শৈল্যপ্ৰভা দত্ত**— জীৱনৰ মহত্বক নব প্ৰজন্মই উপলব্ধি কৰিবলৈ শিকক। দেশ, জাতি আৰু প্ৰকৃত মানুহৰ বাবে কাম কৰি যাওক। সমাজত দৰিদ্ৰৰ জীৱন বুলি যাতে কোনো কথা নাথাকে তেনে লক্ষ্য আৰু আদৰ্শ লৈ কামত আগবাঢ়ি যাওক।
☼ ধন্যবাদ আইতা। আপোনাৰ হৃদয়ৰ অনুভৱ আৰু মনৰ কথাই আনৰ উপকাৰ সাধন কৰক এইয়া আমাৰ কাম্য।
**শৈল্যপ্ৰভা দত্ত**— ধন্যবাদ।
ঃ ধন্যবাদ।

ঃঃঃঃ

**সাক্ষাৎগ্ৰহণ—**
পৱিত্ৰ বৰবৰা
হেমেন চন্দ্ৰ হাজৰিকা



ভাৰতবৰ্ষৰ স্বাধীনতাৰ সোণালী জয়ন্তীত মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তই পৰিয়ালৰ হাতত অৰ্পণ কৰা তাম্ৰপত্ৰ।



(বাওঁফালৰ পৰা) কমৰেড খগেশ্বৰ তামুলী, কমৰেড যদু শইকীয়া, কমৰেড ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত আৰু কমৰেড দধি মহন্ত।
গোলাঘাট জিলাৰ বনগাঁৱৰ কমৰেড হৰেণ বৰাই এই আলোক চিত্ৰখন দিছে।
বৰাক ধন্যবাদ জনাইছোঁ— সম্পাদক।





কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ সহধৰ্মিনী শৈল্যপ্ৰভা দত্ত।



কবি ধীৰেন্দ্ৰ চন্দ্ৰ দত্তৰ পত্নী, জী-জোঁৱাই, পুত্ৰ-বোৱাৰী আৰু নাতি-নাতিনী।

Assam Schedule LV. (Part I), Form No. 7.

| Act III, OF 1872. | No. 8. |
|---|---|

**REGISTRAR'S CERTIFICATE.**

I Nripendranarayan Bhattacharyya B.A. Sub-Registrar G.
certify that on the 17th day of November 1951
appeared before me Sri Dhiren Datta and Srimati Saila Prava Borah
each of whom in my presence and in the presence of three credible witnesses whose names are signed hereunder made the declarations required by Act III of 1872, and that a marriage under the said Act was solemnised between them in my presence.

(Signature of Registrar). Sd. N. N. Bhattacharyya.
*Registrar of Marriages under Act III of 1872,*
*for the District of* Kamrup

(Signature of Bridegroom) Sd. Dhiren Datta
(Signature of Bride) Sd. Sailya Prava Datta

Signature of three witnesses
1. Sd. Dhireswar Kalita
2. Sd. Kanak Lall Nath
3. Sd. Harendra Nath Mazumdar

Dated the 17th day of November 1951.

True copy,

*Dated* 7th Dec. 1957.

*Registrar of Marriages under Act III of 1872,*
*for the District of* Kamrup

R.B.M.C.
7/12/57

ধীৰেন্দ্ৰ দত্ত আৰু শৈল্যপ্ৰভা বৰাৰ বিবাহ পঞ্জীয়নৰ প্ৰমাণ পত্ৰ



## কবি ধীৰেন চন্দ্ৰ দত্তৰ জীৱন কৰ্ম বিষয়ক কেইখনমান গ্ৰন্থ

১। ধীৰেন দত্তৰ কবিতা (১৯৭৩)— ওৰিয়েন্টেল বুক কোম্পানী, গুৱাহাটী
২। ধীৰেন দত্ত স্মৃতিগ্ৰন্থ (১৯৭৪)— সম্পাদক চিদানন্দ শইকীয়া
ধীৰেন দত্ত স্মৃতিৰক্ষা সমিতি, গোলাঘাট
৩। হে মৃত্যুঞ্জয় (১৯৯১)— চিদানন্দ শইকীয়া
৪। জুইয়ে পোৱা সোণ ( ধীৰেন দত্তৰ জীৱন ভিত্তিক উপন্যাস)(১৯৮৬)—
চিদানন্দ শইকীয়া
৫। ধীৰেন চন্দ্ৰ দত্তঃ অভিযান আৰু অন্যান্য কবিতা (১৯৯২)
—তৃতীয় পৰিবৰ্ধিত সংস্কৰণ
জেহিৰুল হুচেইন, ডা কুমুদ কুমাৰ দত্ত
প্ৰকাশক ঃ বিজয় কুমাৰ দত্ত,
ভাৰতী বুক ষ্টল, গোলাঘাট
৬। প্ৰবাল দ্বীপৰ শৃংগ (১৯৯২)— চিদানন্দ শইকীয়া
৭। অকণিৰ গণশিল্পী ধীৰেণ দত্ত (১৯৯৬)— চিদানন্দ শইকীয়া
৮। দেশ সেৱক ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত(২০০৯)— অমৰজ্যোতি বৰুৱা
৯। শতবৰ্ষৰ শ্ৰদ্ধাৰ্ঘ – চিৰবিপ্লৱী ধীৰেন দত্ত(২০১০)— ভৱেশ শইকীয়া
১০। বাজে জ্ৰাগত জয় গান—(২০১০)— সম্পাদক— সঞ্জীৱ কলিতা
ধীৰেন দত্ত জন্ম শতবৰ্ষৰ শ্ৰদ্ধাৰ্ঘ, কুৱালগুৰি, দেৰগাঁও।■

